# ডেভিড্ কোপ্পাৰফিল্ড

(চাৰ্লস্ ডিকেন্স্)





মোহিনীমোহন দেৱশৰ্ম্মা

# ডেভিড কোপারফিল্ড

( চার্লস্ ডিকেন্স )





মোহিনীমোহন দেবশর্ম্মা

প্ৰকাশক—
গ্ৰন্থকাৰ
শ্বিলং

চোল এজেণ্ট—
চপলা বুক ষ্টল
শ্বিলং

মুদ্ৰাকৰ—
শ্ৰীযোগেন্দ্ৰচন্দ্ৰ গোস্বামী
[redacted]কা আৰ্ট প্ৰেছ।
শ্বিলং

বেচ—এটকা মাথোন




# ডেভিড কপাৰফিল্ড

'সাফোকৰ' ওচৰাওচৰি সৰু এখনি গাওঁ, নাম 'ব্লানডাৰষ্টোন'। এই গাওঁখনিৰ বুকুতে এদিন শুকুৰবাৰে ৰাতি ডেভিড কপাৰফিল্ডৰ জন্ম হ'ল।

আপোনাৰ বুলিবলৈ ডেভিডৰ মাকৰ বাহিৰে এই পৃথিৱীত আৰু কোনো নাছিল। সি জন্মিবৰ ছমাহ আগতে তাৰ বাপেক মৰে। মিছ্ বেট্‌চি নামেৰে তাৰ বাপেকৰ এজনী খুড়ীয়েক আছিল, কিন্তু ডেভিডে তেওঁক কোনোদিন দেখা নাছিল।

মিছ্ বেট্‌চি সঁচাকৈয়ে মিছ্ নাছিল, তেওঁৰ বিয়া হৈছিল বহু দিন আগতে। তেওঁৰ স্বামীৰ বয়স আছিল কম, দেখিবলৈ শুনিবলৈও তেওঁ শুৱনি আছিল কিন্তু মেজাজটো আছিল বৰ বদৰাগী যেতিয়াই তেতিয়াই তেওঁ বেট্‌চিৰ লগত কন্দল কৰিছিল আৰু তেওঁৰ পিঠিত কোবা মেলিবলৈকো নেৰিছিল। এদিনাতো তেওঁ বেট্‌চিক খিৰকীয়েদি বাহিৰলৈ পেলাই দিবলৈ খুজিছিল।

তেওঁলোকৰ আৰু একেলগে থকা নহ'ল। এদিন বেট্‌চিয়ে গিৰীয়েকক এৰি থৈ গুচি গ'ল। অৱশ্যে ইয়াৰ কাৰণে তেওঁ গিৰীয়েকক বহুত টকা দিব লগাত পৰিছিল। তেওঁ সেই টকা লৈ ভাৰতবৰ্ষলৈ গুচি যায় আৰু দহবছৰ মানৰ পিছত খবৰ পোৱা হয় যে তেওঁ সিপুৰী পালেগৈ।

বেট্‌চিয়ে ইতিমধ্যে নিজৰ নামৰ আগত মিছ্ লগাই লৈছে আৰু সমুদ্ৰৰ ওচৰৰ নিৰ্জ্জন পল্লীত এখন ঘৰ কিনি লৈ অকলে অকলে বাস কৰিবলৈ ধৰিলে।

মিছ্ বেট্‌চিয়ে এই সংসাৰত মাথো এজন মানুহক ভাল পাইছিল, তেওঁ হৈছে ডেভিডৰ বাপেক। কিন্তু ডেভিডৰ বাপেকে যিদিনা তেওঁক নকনোৱাকৈ বিয়া কৰিলে, সেইদিনা তেওঁৰ ভীষণ খং উঠিল আৰু এইখন ঘৰৰ লগত কোনো সম্পৰ্ক নেৰাখিলে।

বিয়াৰ পাচত ডেভিডৰ বাপেক মুঠে এবছৰ জীয়াই আছিল, বেট্‌চিৰ লগত আৰু তেওঁৰ দেখা হোৱা নাছিল।

ডেভিডৰ মাকেও বেট্‌চিক কেতিয়াও দেখা নাছিল তেৱে গিৰীয়েকৰ মুখৰ পৰা তেওঁৰ কথা শুনিছিল

ডেভিডৰ বাপেক মৰাৰ ছমাহমানৰ পিছত হঠাৎ এদিন বেট্‌চি সিহঁতৰ ঘৰত ওলাই গৈ কাকো একো নোকোৱাকৈ, কাকো নিচিণ্ডিৰি, সিধা নিলিটাৰা কায়দাত তেওঁ ঘৰৰ ভিতৰ সোমালগৈ। ডেভিডৰ মাকৰ ওচৰৈ আহি চকুতাল ঠিয়কৈ সুধিলে—তুমিয়েইতো কপাৰফিল্ডৰ ঘৈণীয়েক?

—হয়।

—মই তেওঁৰ পেহীয়েক বেট্‌চি ট্ৰট্‌উড্।

বেট্‌চিয়ে ভিতৰলৈ আহি বহিল হ ক্লাৰাই কান্দি পেলালে। কান্দিবলৈ এৰাত বেট্‌চিয়ে কলে- টুপটো খোলাচোন তোমাৰ

মুখখন এবাৰ চাওঁ। ক্লাৰাই টুপি খুলিলে, ৰেশমী চুলিবোৰে সুন্দৰ মুখখনি ঢাকি পেলালে। বেট্‌চিয়ে ক'লে তুমি দেখোন একেবাৰেই ছোৱালী মানুহ।

সেই কথা শুনি ক্লাৰাৰ চকুত আকৌ পাণী ভুলাবলৈ ধৰিলে। বেট্‌চিয়ে এইবাৰ আন কথা উলিয়ালে,—মই ভাবিয়েই নেপাওঁ এই ঘৰটোৰ নামনো কিয় 'নীড়" দিয়া হ'ল।

ক্লাৰাই ক'লে—মোৰ দেউঁয়েই এই নাম দিছিল, ইয়াৰ চাৰিওপিনে বহুতো চৰাইৰ বাঁহ আছে নহয় সেই দেখি।

—ক'তা ? মই দেখোন কেনিউ চৰাইৰ বাঁহ এটাও দেখিবলৈ পোৱা নাই। চাৰিওপিনে কেনিউ এটা চৰাই নাই, অথচ ঘৰৰ নাম ৰাখিছে—'নীড়'—চৰাইৰ বাঁহ। কপাৰফিল্ডৰ যত সব মূৰ্খামী।

ক্লাৰাই সহিব নোৱাৰি ক'লে—চাওক, মোৰ স্বামী-- মৰিল, আৰু মোৰ আগতেই তেওঁক এইদৰে গালি পাৰিছে আপুনি ?

শৰীৰ দুৰ্বল আছিল, উত্তেজনাত ক্লাৰা অবসন্ন হৈ পৰিল। বেট্‌চিয়ে ওচৰলৈ আহি সুধিলে—তোমাৰ কেতিয়া লৰা-ছোৱালী হব বুলি অনুমান কৰিছা ?

—জানো, মোৰ যেন কেনেবা কেনেবা লাগিছে, মই বোধ হয় মৰি যাম।

—নহয়, নহয়, সেইটো একো নহয়, তুমি ভয় খাইছা দেখিহে তেনে ভাবিছা। অকণমান চাহ খাই দিয়া, তৎক্ষণাতে সব ঠিক হৈ যাব।

—বোলো, তোমাৰ চাকৰণীজনীৰ নামটো কি? কি বুলি মাতিম তাইক?

—তাইৰ নাম, পিগটী।

—'পিগটী'! শুনিবলৈ কেনে আপচু, কোনো খ্ৰীষ্টান ছোৱালীৰ এনে নাম শুনিছানে?

—সেইটো তাইৰ উপাধিহে, মোৰ স্বামীয়ে তাইক সেই নামেই মাতিছিল, কাৰণ তাইৰ আচল নাম আৰু মোৰ নামটো একেই। তেতিয়া পেটচিয়ে ওস্তাদ গৃহিণীৰ দৰে চিঞঁৰী মাতিবলৈ ধৰিলে—

অ' পিগটী, তোৰ আই দেউতাৰৰ কাৰণে বগাই একাপ চাহ কৰি আন। তাৰ পাছত বেট্‌চিয়ে আন কথা উলিয়ালে -তোমাৰ লৰা হবনে ছোৱালী হব? মোৰ মনেৰে তোমাৰ ছোৱালীহে হব।

—লৰাও হব পাৰে।

—কথাৰ ওপৰত কথা নকৰা। মই জানো তোমাৰ ছোৱালী হব। তোমাৰ ছোৱালী জনী মোৰ লগতে থাকিব, মই হম তাইৰ ধৰ্ম্ম-মাক। তাইৰ নাম হব বেট্‌চ ট্ৰট্‌উড কপাৰফিল্ড। মইয়েই তাইক উলিতালি ডাঙৰ দীঘল কৰিম। তাইক মই এনে ভাবে মানুহ কৰিম যাতে তাইক কেতিয়াও কোনেও ঠগাব নোৱাৰে আৰু অনিষ্ট কৰিব নোৱাৰে

এই সময়ত ক্লাৰাৰ চকু আৰু মুখৰ অৱস্থা কেনে হৈ পৰিল। পিগটিয়ে চাহৰ পিয়লা লৈ আহি দেখিবলৈ পায়েই তেতিয়াই ক্লাৰাক উপৰৰ তলালৈ নি তেওঁৰ কোঠালীত শুৱাই দিলেগৈ।

অলপ পিচাতে ডাক্তৰ আৰু ধাই আহি পালেহি। সিহঁতে কোনেও বেট্‌চিক কেতিয়াও দেখা নাছিল। দুজনেই আচৰিত হ'ল।

ক্লাৰাক চাই ডাক্তৰ যেতিয়া তললৈ নামি আহিল বেটচিয়ে তেতিয়া জুই ফুৰাই আছিল। তেওঁৰ কাণত অলপ তুলা সুমুওৱা আছিল। মাজে মাজে তুলাখিনি উলিয়াই তেতিয়াই আকৌ কাণত সুমুৱাই দিছিল

অলপ পৰ ডাক্তৰে বহি বহি চাই থাকিল- তাৰ পাছত সুধিলে —মেডাম্‌. আপোনাৰ কাণত কি হৈছে?

—তোমাৰ মোৰটো হৈছে! গাধ কৰবাৰ!

ডাক্তৰে আৰু কি কব মনে মনে থাকিল, অলপ পাছত তেওঁক আকৌ ওপৰলৈ মাতি পঠিয়ালে।

ৰাতি পাৰ্কটোমান বজাত ডাক্তৰ তললৈ নামি আহিল। যক্, মোৰ কাম শেষ হ'ল! আৰু ভাবনাৰ কোনো কাৰণ নাই।

বেটচি বহি আছিল, সুধিলে - তাই কেনে আছে, ছোৱালী-জনী?

—ছোৱালী?

— এৰা এৰা ছোৱালীজনী —নতুনকৈ হোৱা কেচুৱাটো?

সি কি কথা! আপুনি নেজানে নে কি? ছোৱালীতো হোৱা নাই, ল'ৰাহে হৈছে! ভালেই আছে।

বেট্‌চিয়ে আৰু কোনো কথা নকলে, টুপিটো পিন্ধি সেই ৰাতিয়েই ওলাই গ'ল। আৰু কেতিয়াও তেওঁ এই ঘৰলৈ অহা নাই

ডাঙৰ হৈ ডেভিডে মাকৰ পৰা এই গল্পটো শুনিছিল।

(২)

ডেভিড, মাক আৰু পিগটিৰ বাহিৰে সিহঁতৰ ঘৰত আৰু কোনো নাছিল। চাকৰনী হলেও পিগটিয়েই আছিল ঘৰৰ গৃহিণী। ডেভিড আৰু তাৰ মাক দুয়ো পিগটিক ভয় কৰিছিল, দুয়ো পিগটিৰ কথা মানি চলিছিল।

তলৰ তলাত পিগটিয়ে বহি বহি ৰন্ধা বঢ়া কৰিছিল। ৰান্ধনীঘৰৰ পিছ ফালে আছিল অলপ খোলা ঠাই। এফালে এটা খুটাৰ ওপৰত কিছুমান পাৰ চৰাইৰ খোপ আৰু এটা কোণত এটা কুকুৰৰ ঘৰ। কিন্তু পাৰও নাছিল, কুকুৰো নাছিল। খালি ইফালে সিফালে কেইটামান মুৰগী চৰি ফুৰিছিল।

পাকঘৰটোৰ আগেদি সমুখৰ ঘৰৰ দুৱাৰলৈকে এটা ৰাস্তা গৈছে। সেই ৰাস্তাৰ দুই কাষে দুটা বৈঠকখানা। তাৰে এটা কোঠালীত ডেভিডক লৈ মাকে আৰু পিগটিয়ে সন্ধ্যাবেলা বহিছিল। কেতিয়াবা, কেতিয়াবা মাকে বাইবেল পাঢ় শুনাইছিল।

টোপনি ভাঙিলেই শোৱনিঘৰৰ খিৰিকীয়েদি ডেভিডৰ চকুত পৰিছিল এজোপা গছৰ ডালত ওলমি থকা এটা ধোঁৱা ৰঙৰ বাঁহ ৰতাহত লৰি থকা।

দিনবিলাক বেচ কাটিছিল, কিন্তু ডেভিডৰ কপালত সি বেছিদিন নসহিল।

ডেভিড ছিমানদিনে অলপ ডাঙৰ হৈছে, মাত্র কিতাপ পঢ়িব পৰা হৈছে। এদিন সন্ধিয়াবেলিকা ওচৰত বহি গৰীয়ালৰ সাধুটো পঢ়িছে, এনে সময়ত বাগানৰ ঘণ্টাটো বাজি উঠিল।

ডেভিড গাৰু পিগটিয়ে বাহিৰলৈ আহি দেখিলে; ক্লাৰা আৰু তেওঁৰ ওচৰত এজন ভদ্ৰলোক থিয় হৈ আছে। মানুহজন দেখিবলৈ বৰ শুৱনা। দেখিয়েই ডেভিডে চিনিলে—যোৱা দেওবাৰে এই মানুহটোৱেই গীৰ্জাৰ পৰা ঘৰলৈকে আগবঢ়াই দিবলৈ আহিছিল। মাকে ডেভিডক কোচত তুলি ললে। ভদ্ৰলোকজনেও আগবাঢ়ি আহি ডেভিডৰ মূৰত মৰমেৰে হাত ফুৰাই দিবলৈ ধৰিলে। মানুহটোক কিন্তু ডেভিডৰ ভাল নেলাগিল। মাকৰ হাতত মানুহটোৰ হাতখন এবাৰ লাগোতেই ডেভিডে তেওঁৰ হাতখন ঠেলি আঁতৰাই দিলে। মাকে হুং কৰিলে— ছিঃ ডেভিড তেনেকুৱা কৰিব নেপায় নহয়।

ভদ্ৰলোকে ক'লে—বৰ ভাল লৰা, বৰ মাতৃভক্ত। মই তাৰ লগত এতিয়াই ভাব কৰি ললোঁ। চাওঁ বন্ধু তোমাৰ হাতখন। ভদ্ৰলোকে হাত বঢ়াই দিলে হাত জোকাৰিবৰ কাৰণে। ডেভিডে বাওঁ হাতখনি বাহিৰ কৰি দিলে।

—নহয় নহয়। সেইখন হাত নহয়।

মাকে ডেভিডৰ সোঁ হাতখনি আগবঢ়াই দিলে। ডেভিডে কিন্তু সোঁ হাতখন টানিলৈ বাঁও হাতখনকে আকৌ আগবঢ়াই দিলে। "খুব সাহসী ল'ৰা তো!" বুলি ভদ্ৰলোকে ডেভিডৰ বাঁও হাতখনকে জোৰেৰে জোকাৰি দি গুচি গ'ল।

লাহে লাহে সেই ভদ্ৰলোকৰ লগত ভালকৈ চিনাকী হ'ল। তেওঁৰ নাম এডৱাৰ্ড মাৰ্ডষ্টোন। ডেভিডহঁতৰ ঘৰলৈ তেওঁ প্ৰায়েই আহিছিল, এদিন ডেভিডক ঘোঁৰাত উঠাই সাগৰৰ দাঁতিত ফুৰাই আনিলেগৈ, কিন্তু তথাপিও কিয় ক'ব নোৱাৰি ডেভিডৰ মন তেওঁৰ ওপৰত প্ৰসন্ন নহ'ল।

দুমাহমান পিচত পিগটিয়ে এদিন ক'লে—মাষ্টাৰ ডেভিড, ব'লা পোন্ধৰ দিনমান ইয়াৰমাউথত মোৰ ভাইটোৰ ঘৰত কটাই আহোঁ গৈ।

—তোমাৰ ভাইককাই মানুহ ভাল তো?

—খুব ভাল মানুহ। তাৰ উপৰিও একেবাৰেই সমুদ্ৰৰ ওচৰত। কিমান নাওঁ, জাহাজেৰে, ডোঙাৰে মাছ ধৰিব লাগিছে। খেলিবলৈও লগ পাবা মোৰ ককাইদেউৰ ল'ৰা হেমক।—

ডেভিডে জঁপিয়াই উঠিল, ক'লে—কিন্তু মায়ে যাবলৈ দিবতো?

—মই ক'লে তেওঁ না নকৰে, চাবা। তেওঁ উভতি আহিলেই সুধিম।

—কিন্তু ধাইয়ে আমাক এবি অকলে থাকিব কেনেকৈ?

—অ' তুমি শুনা নাই হবলা। আমাৰ চুবুৰিৰ মিছেছ গ্ৰেপাৰৰ ঘৰলৈ বহুতো মানুহ আহিব, তাতেই তোমাৰ মাৰাই দিন পোহৰ থাকিব।

—তেনেহলে তো আৰু কথাই নাই, মই তোমাৰ লগত যাম। মাক উভটি অহাৰ পিছতেই পিগটি-য়ে তেওঁক সকলো কথা ক'লে। মাকে তোতযাহ ৰাজী হ'ল। সেই ৰাতিয়েই সকলো ঠিক হৈ গ'ল—গাড়ী ঘোড়া আৰু খোৱা-বোৱাৰ হিচাপ পৰ্যান্ত হৈ গ'ল।

তাৰ পিছত এদিন পিগটি আৰু ডেভিড ঘোঁৰাৰ গাড়ীত উঠি বহিল। গাড়ীত উঠাৰ আগেয়ে ক্লাৰাই ডেভিডৰ বুকুত সাৱটি ধৰি কান্দি পেলালে। ডেভিডও কান্দিলে। তাৰ পিছত গাড়ী যেতিয়া চলিবলৈ আৰম্ভ কৰিলে ক্লাৰাই দৌৰ মাৰি গাড়ী ৰখাই ডেভিডক আকৌ বুকুত সাৱটি ধৰি মুখত চুমা খাবলৈ ধৰিলে বাৰে বাৰে

গাড়ী আকৌ চলিবলৈ ধৰিলে, ক্লাৰাই ৰাস্তাৰ দাঁতিত থিয় হৈ তাৰ পিনে চাই আছিল এনেতে মিঃ মাৰ্ডষ্টোন আহি তেওঁৰ ওচৰত থিয় হ'লহি। তেওঁ যেন মাকক সান্ত্বনা দিবলৈ চেষ্টা কৰিছে বুলি ডেভিডৰ বোধ হ'ল। তাকে দেখিয়েই ডেভিডৰ মনটো বেয়া হৈ গল। পিগটিৰ মুখৰ পিনে চাই বুজিলে তাইও সন্তুষ্ট হোৱা নাই।

( ৩)

লাহে লাহে গাড়ী আগবাঢ়ি যাবলৈ ধৰিলে। কত অ'লি-গলি পাৰহৈ, কত ৰাস্তাৰ চুকে চুকে ঘুৰি, গোটেই দিনটো গাড়ী চলিল।

আবেলি আমি সিহঁতে ইয়াৰমাউথ পালোঁহি। মাছৰ গোন্ধ বতাহত ভাঁহি আহিবলৈ ধৰিলে। ইপিনে সিপিনে নাবিকবোৰে চলাফিৰা কৰিছে দেখিবলৈ পোৱা গ'ল। পিগটিয়ে হঠাৎ চিঞৰি উঠিল সৌৱা আমাৰ হেম।

হেমে সিহঁতৰ কাৰণেই ঠিয় হৈ আছিল। ছফুট লম্বা বিৰাট তাৰ চেহেৰা। ডেভিডক পিঠিত তুলি বাকচটো কাষত লৈ সি আগ বাঢ়িল। সাগৰৰ কিনাৰালৈ আহি সি ক'লে মাষ্টাৰ ডেভিড্ সৌৱা আমাৰ ঘৰ।

ডেভিডে চাৰিওপিনে চাই কতো ঘৰ দেখিবলৈ নেপালে। কেৱল ওচৰতে এখন কলা নাও দেখিবলৈ পালে, নাওখনৰ চৈৰ ওপৰত লম্ব এটা চিমনি, তাৰ পৰা ধোঁৱা বাহিৰ হৈ লাগিছে। ডেভিডে জাহাজৰ নিচিনা দেখিলে, কলে সেইটোৱেই কি তোমালোকৰ ঘৰ নে কি?

হেমে ক'লে—অঁ, সেইটোৱেই তো। আলাউদ্দিনৰ কাৰেং কিম্বা বগলী চৰাইৰ কণী পোৱা হলেও সি সিমান খুচি নহ'লহেঁতেন। তাত থাকিব লাগিব বুলি জানিয়েই ডেভিড উত্ৰাৱল হৈ উঠিল। এখন পুৰাণ নাৱত খিৰকি আৰু দুৱাৰ লগাই দিয়া হৈছে। এদিন

এইটো সঁচাকৈয়ে এখন নাও আছিল, শ শ বাৰ ঢৌৰ বুকুত দোল খাইছিল, আজি মাটিৰ ওপৰত তুলি তাৰ ভিতৰত মানুহে বাস কৰিছে ভাবি ভাবি ডেভিডৰ গাটো আনন্দত শিয়ৰি উঠে।

ভিতৰখন পৰিষ্কাৰ পৰিচ্ছন্ন। টেবুল, আলমাৰী, এটা ডাঙৰ ঘৰী, ছবি, সকলো আছে। পিগটিয়ে এটা সৰু কোঠালীলৈ লৈ গৈ ডেভিডক ক'লে-এইটো তোমাৰ থাকিবৰ কোঠা।

এগৰাকী তিৰোতামানুহে আহি তাঁহঁতক অভ্যৰ্থনা কৰিলে, তেওঁৰ লগত এটি দীপ্‌দপ ছোৱালী, ডিঙিত নানা ফটিকৰ মালা, নাম তাইৰ এমিলি।

পিগটিৰ ভায়েকৰ লগত ডেভিডৰ চিনাকী হ'ল আৰু বিশেষ বন্ধুত্ব হ'ল। কথায় কথায় ডেভিডে শুনিলে, পিগটিৰ ভায়েক মি. পিগটিয়ে বিয়া কৰা নাই, তেন তেওঁৰ ভায়েকৰহে পুতেক। ভায়েক পানীত ডুবি মৰে তেতিয়াৰে পৰা ভতিজাকক তেওঁ তুলি-তালি ডাঙৰ দীঘল কৰিছে। এমিলি তেওঁৰ ভগ্নীয়েক, তাইৰ বাপেকো পানীত ডুবি মৰিল। আৰু সেই মহিলাগৰাকী পিগটিৰ বন্ধুৰ ঘৈনীয়েক, মিচেচ গামিজ। বন্ধু মৰাৰ পিচত পিগটিয়ে তেওঁৰ ভৰণ-পোষণৰ ভাৰ লৈছে। তেওঁলোকক লৈয়েই মিঃ পিগটিৰ সংসাৰ।

পিছদিনা ৰাতিপুৱা শোৱাৰ পৰা উঠিয়েই এমিলিৰ লগত ডেভিড সাগৰৰ পাৰত ফুৰিবলৈ ওলাই গ'ল। কিমানযে দৌৰাদৌৰি

কৰিলে কিমানযে শিলগুটি গোটালে, কিমানযে খেলিলে আৰু কিমানযে কথা পাতিলে তাৰ ওৰ নাই।

ছোৱালীজনীক ডেভিডৰ খুব ভাল লাগিল। তাইৰ কাষে চালেই তাৰ মনত হয় তাই যেন কোনোবা দেবকন্যা, খালি দুখনি পাখী থকা হ'লেই আকাশলৈ উৰি গ'ল হয়। এইদৰে দুযো ঘণ্টাৰ পিছত ঘণ্টা ইয়াৰমাউথৰ সাগৰৰ পাৰত ঘুৰি ফুৰিছিল।

চাওঁতে চাওঁতে দিনবিলাক কোন পিনেদি যে গ'ল ডেভিডে ক'ব নোৱাৰিলে। অৱশেষত ঘৰলৈ যাবলৈ এদিন গাৰীত উঠি বাহল। এমিলিক এৰি আহিবলৈ তাৰ মনটো বৰ বেয়া লাগিল। এমিলৰ হাত দুখন ধৰি ডেভিডে ক'লে—ঘৰলৈ গৈ মই তোমালৈ চিঠি লেখিম।

( ৪ )

এই কেইদিন ঘৰৰ কোনো কথাই ডেভিডৰ মনত পৰা নাছিল কিন্তু গাৰীত উঠিয়েই ডেভিডৰ ঘৰলৈ আৰু মাকলৈ মনত প'ৰল। গ'ৰা যিমানেই ঘৰৰ ওচৰ চাপেহি জনাশুনা দৃশ্যবোৰ চকুত পৰে, সৰৰ কাৰণে মনটো তাৰ সিমানেই বিয়াকুল হৈ পৰে, খালি ভাবিবলৈ ধৰে কিমান পৰে কেতিয়া গৈ মাকৰ কোলত উঠিব।

গাৰী আহি ঘৰৰ দুৱাৰমুখ পাওঁতেই ডেভিড গাৰীৰ পৰা নামি পৰিল, দুৱাৰ খুলি দিলেহি আহি এজনী নতুন চাকৰণীয়ে। পিগটিৰ মুখলৈ চাই ডেভিডে ক'লে—ক'তা পিগটি, মাই কত?

—ঠিক আছে, তুমি ব'লা, মই তোমাক এটা কথা ক'ম— পিগটিয়ে তাৰ হাতটো ধৰি তাক পাকঘৰলৈ লৈ গৈ দুৱাৰখন বন্ধ কৰি দিলে।

ডেভিডে ভয় খাই ক'লে - কি হৈছে পিগটি ?

চোলাৰ বুতাম খোলোতে খোলোতে পিগটিয়ে ক'লে— মাষ্টাৰ ডেভি, এটা খবৰ তোমাক বহু আগতে কোৱা মোৰ উচিত আছিল, তোমাৰ যে এজন নতুন দেউতাৰা আহিছে।

—নতুন দেউতা ?

—হঁ, তোমাৰ দেউতাৰা। তোমাৰ মাৰাই আকৌ এজনক বিয়া কৰাইছে, বলা তেওঁক চাই আহোঁ গৈ। পিগটিয়ে ডেভিডৰ হাত ধৰিলে। ডেভিডে ক'লে - নহয় - তেওঁক মই চাব নোখোজো।

—তেওঁক চাবলৈ নিবিচৰা, তেনেহ'লে মাৰক চাবাগৈ ব'লা—

পিগটিয়ে তাৰ হাতটো ধৰি টানি বৈঠকখানাত আহি সোমালহি। সেই কোঠালিটোত ওচৰাওচৰিকৈ দুখন চকীত ডেভিডৰ মাক আৰু মিঃ মাৰ্ডষ্টোন বহি আছিল। ডেভিডক দেখিয়েই মাকে বেগতে ঠিয় হ'ল, কিন্তু মাৰ্ডষ্টোনে তৎক্ষণাতে কৈ উঠিল—চোৱা ক্লাৰা ল'ৰাক ইমান মৰম নকৰিবা, সকলো সময়তে সংযত হবা। ...বোপাই ডেভি, কেনে আছা ?'

ডেভিডে কোনো কথা নক'লে, মাকৰ কোচত জঁপিয়াই পৰিল, মাকে কিমান চুমা খালে গা আৰু মুখত হাত ফুৰাই দিলে। তাৰ পাছত মিঃ মার্ডষ্টোনৰ পিনে এবাৰো নেচাই ঘৰৰ পৰা বাহিৰ হৈ গ'ল।

ওপৰৰ তলালৈ আহি দেখিলেছি, তাৰ শোৱাৰ খোটালি বদলিছে। আগৰটো নহয়। এইটো মাকৰ খোটালৰ পৰা বহুতো দূৰত। ডেভিডৰ দুয়ো চকুৰেদি পাণী ওলাল। কান্দোতে কান্দোতে তাৰ টোপনি আহিল।

( ৫ )

কোনো এসময়ত কাৰ মাতত যেন সে সাৰ পালে। দেখিলে মাক আৰু পিগটি তাৰ কোঠাত।

মাকে ক'লে—ডেভি কি হৈছে বোপাই ?

—ক'তো একো হোৱা নাইহো—বুলি ডেভিডে গাকত মুখটো লুকুৱালে।

—ডেভি, ডেভি, সোণ ই মোৰ !

ডেভিডে এইবাৰ কান্দি পেলালে।

মাকে ক'লে বুজিছোঁ। এইবোৰ পিগটিৰ কাম, তুমিয়েই মোৰ বোপাইক কিবা কৈছা।

পিগটিয়ে ক'লে -আপুনি মোৰ ওপৰত অবিচাৰ কৰিছে, মিচেচ্ কপাৰ্ফিল্ড, ভগবানে যেন আপোনাক ক্ষমা কৰে।

এসময়ত মিঃ মার্ডষ্টোন আহি খোটালীত সোমালহি, ক'লে—ক্লাৰা এইবোৰ কি ?

মাকে ক'লে—এই চোৱানা, ল'ৰাটোক লৈ——

—মিচ্ছা তুমি তললৈ যোৱা, ডেভিডক লৈ মই গৈছোঁ—বুলি মাৰ্ডষ্টোনে পিগটিৰ ফালে ঘূৰি ক'লে—বোলো তুমি হবপাট তোমাৰ গিৰিহঁতৰ নাম নেজানা ?

মাক তেতিয়া তললৈ নামি গৈছে।

পিগটিয়ে ক'লে—ইমান দিন এইখন ঘৰত কাম কৰিছোঁ আৰু গিৰিহঁতৰ নাম নেজানিমনে ?

—ঠিক কথা! কিন্তু মই ওপৰলৈ অহাৰ সময়ত মই শুনিলোঁ, তুমি তেওঁক মিচেচ্ কপাৰফিল্ড বুলি মাতিছা। সেই নাম আৰু নাই, এতিয়া তেওঁ মিচেচ্ মাৰ্ডষ্টোন হৈছে, সেই কথাটো তুমি জানা, কথাটো মনত ৰাখিবা।

পিগটি মুখটো জোকাৰি কোঠাৰ পৰা ওলাই গ'ল।

মাৰ্ডষ্টোনে ঘৰৰ দুৱাৰ বন্ধ কৰি দিলে আৰু পিছত খণ্ডেকে ক'লে—ডেভিড দুষ্ট ঘোঁৰা আৰু কুকুৰক পোহ মনাব লাগে কেনেকৈ জানানে ?

—নেজানো।

—ৰীতিমতে প্ৰহাৰ দিব লাগে, আৰু মই সেই ব্যৱস্থাই কৰি থাকোঁ। তোমাৰ মুখত এইটো কিহৰ দাগ ?

কিন্তু এই দাগটোয়ে চকুৰ পানীৰ সেইটো তেওঁও জানিছিল, ডেভিডেও জানিছিল, কিন্তু ডেভিডে সেই কথা নকলে।

— তোমাৰ বয়স কম হলে কি হব, বুদ্ধিটো পকা। তুমি ইয়াৰ ভিতৰতে মোক চিনি পেলাইছা দেখিছোঁ। মুখ ধুই লোৱা আৰু তাৰ পাচত মোৰ লগত তললৈ ব'লা।

সেই দিনা এটা মৰমৰ কথা কোৱা হ'লে হয়তো ডেভিডৰ গোটেই জীৱনটোৱেই বদলি গ'লহেঁতেন। মাৰ্ডষ্টোনক হয়তো তেওঁ শ্ৰদ্ধা কৰিব পাৰিলেহেঁতেন। কিন্তু সেইটো নহ'ল।

( ৬ )

সেইদিনাই সন্ধিয়া বেলিকা মাৰ্ডষ্টোনৰ এক ভনীয়েক আহিল ডেভিডহঁতৰ ঘৰলৈ। তেওঁৰ চেহাৰা ঠিক ভায়েকৰ নিচিনাই, ডিঙিৰ মাতটোও একেই। ডেভিডৰ পিনে চাই তেওঁ ক্লাৰাক ক'লে—বোলো নাবাৰ্ৰাৰ, এইটো হব পায় তোমাৰ লৰা? বেচ, বেচ. মই কি জানা – লৰা ছোৱালী মই একেবাৰেই দেখিব নোৱাৰো।

তাৰ পাচত ডেভিডৰ পিনে চাই ক'লে—কেনে আছা মইনা?

ডেভিডে ক'লে– মই ভালেই আছোঁ, আশা কৰোঁ আপুনিও ভালেই আছে।

—বৰ অসভ্য লৰাটো! এতিয়াও ভদ্ৰভাৱে কথা ক'বলৈ শিকা নাই– বুলি গট্ গট্ কৰি তেওঁ নিজৰ কোঠালীত গৈ সোমাল।

পিছদিনা নৌ ভালকৈ বাতি পুৱাওঁতেই, মিচ্ মাৰ্ডষ্টোন শোৱাৰ পৰা উঠিল আৰু ঘণ্টা বজাই সকলোকে টোপনিৰ পৰা জগালে।

ডেভিডৰ মাকে তললৈ নামি আহিল চাহ কৰিবলৈ। মিচ্ মাৰ্ডষ্টোনে তেওঁৰ ঠুটৰিটো লৰাই দি ক'লে—মই ইয়ালৈ আহিছোঁ তোমালোকৰ ঘৰখন ধৰিবৰ কাৰণে। তুমি একেবাৰেই ছোৱালী মানুহ, তুমি কি ইমান কাম কৰিব পাৰিবা? তোমাৰ চাবিকোছা মোক দিয়া, মইয়েই সকলো কৰিম।

ক্লাৰাৰ হাতৰ পৰা চাবিলৈ সেই দিনাৰে পৰা মিচ্ মাৰ্ডষ্টোন ঘৰৰ গৃহিনী হ'ল।

( ৭ )

মিচ মাৰ্ডষ্টোনে যি খুচি তাকে কৰিছিল, ক্লাৰাক কোনো কথাই শুধিছিল। কথাটো ডেভিডৰ মাকৰ অকণো ভাল নেলাগিছিল। এদিন কি কথাত ক্লাৰাই হঠাৎ কৈ পেলালে— এই বিষয়ে মোক এবাৰ সোধা উচিত আছিল।

—তাৰ মানে?—মিঃ মাৰ্ডষ্টোন রুক্ষ হৈ উঠিল।

—মোৰ ঘৰত মই এটা কথাও কব নোৱাৰিম? কিয়, মই কি একো নুবুজোঁ? বিয়াৰ আগতটো এইখন সংসাৰ মইয়েই চলাইছিলো!—কৈই কই ক্লাৰাই কান্দি পেলালে।

মিচ্ মার্ডষ্টোনে এইবাৰ্ কথা ক'লে—এডোৱাৰ্ড মোক লৈয়েই যেতিয়া অশান্তি, মোৰ আৰু ইয়াত থকাৰ দৰকাৰ নাই, কাইলৈ ৰাতিপুৱাই মই ইয়াৰ পৰা গুচি যাম।

তুমি চুপ কৰা জেইন্ বুলি মাৰ্ডষ্টোনে ক্লাৰাৰ পিনে চাই ক'লে—তোমাৰ কথা শুনি মই অবাক হৈছোঁ, তোমাক ছোৱালী মানুহ দেখিয়েই মই মোৰ ভনীজনীক ইয়ালৈ আনিছিলোঁ। তাই তোমাৰ কাৰণে সকলো কৰিছে অথচ সেই কাৰণে অকণমানো কৃতজ্ঞ নোহোৱা ? ছি, ছি,—

ক্লাৰাই কান্দি পেলালে, কাতৰ ভাৱে ক'লে তুমি মোক ভুল বুজিবা এডোৱাৰ্ড, মই অকৃতজ্ঞ নহয়। জেইন তুমি মোক মাফ কৰা!

গোটেই দোষটোৱেই যেন ক্লাৰাৰ এনে ভাৱে মাৰ্ডষ্টোনে ক'লে—যাওক দিয়া জেইন্, তোম আৰু এনেকোৰ কথা মনত নেৰাখিবা, তেওঁক মাফ কৰা!

তাৰ পাচত ডেভিডৰ পিনে চকু পৰোঁৱাতেই ক'লে—সকলোৰে আগত এইবোৰ নঘটা হ'লেই ভাল হ'লহেঁতেন। ডেভিড, তুমি শোৱাগৈ যোৱা।

মাকৰ ওচৰত ডেভিডৰ লেখাপঢ়া আৰম্ভ হৈছিল। এতিয়া মিঃ মার্ডষ্টোন আৰু তেওঁৰ ভনীয়েকে তাৰ ওপৰত তত্ত্বাবধান আৰম্ভ কৰিলে।

সেইহতৰ দুজনৰ মুখৰ পিনে চালেই ডেভিডৰ পঢ়া ভুল হৈ গৈছিল। সেইদিনা ডেভিড পঢ়া দিছিল, কোঠাত মিঃ মার্ডষ্টোনো বহি আছিল। হঠাৎ ডেভিডৰ এটা কথা পঢ়া দিয়াত বাদ পৰি গ'ল। মিঃ মার্ডষ্টোনে ডেভিডক চকু পকাই ধৰিলে। ডেভিডৰ মুখৰ মাত হৰিলে।

ক্লাৰাই ক'লে— ঠিক কৈ কোৱা মইনা।

মার্ডষ্টোনে ধমক দিলে —তুমি মৰম কৰি কৰিয়েই লৰাটোৰ মূৰটো খালা, লেখাপঢ়া কৰা লৰাধেমালী নহয়। পঢ়া তৈয়াৰী কৰিছেনে, নাই কৰা? ক্লাৰাই কথা কোৱাৰ আগতে মিচ্ মার্ডষ্টোনে কৈ উঠিল তাৰ পঢ়া অকণো তৈয়াৰী হোৱা নাই।

মিচ মার্ডষ্টোনে ক'লে—তেনেহলে কিতাপখন তাৰ হাতত দিয়া, পঢ়া তৈয়াৰ কৰক। মাকে কিতাপখন ডেভিডৰ হাতত দিলে। য'ত ভুল হৈছিল দেখুৱাই দিওঁতে গৈছিল। পিছাপনৰ পৰা মিচ্ মার্ডষ্টোনে চিএঁৰি উঠিল—একো কেউই নিদিবা, পঢ়া তৈয়াৰী কৰক।

কিন্তু ডেভিডে আৰু পঢ়া তৈয়াৰী কৰিব কি। মিচ্ মার্ডষ্টোনৰ টুপিটো আৰু মিঃ মার্ডষ্টোনৰ ড্রেচিং গাউনটো তাৰ চকুৰ আগত সদাই ভাঁহি থাকে আৰু সি যিখিনি পঢ়ে সকলোখিনি মিহলি হৈ গণ্ডগোল হৈ যায়। তাৰ পঢ়া আৰু নহয়।

মিঃ মার্ডষ্টোনে দৌড়ি আহি কিতাপখন হাতৰ পৰা কাঢ়ি নি তাৰ গাত মাৰি পঠিয়াই আৰু কাণ দুখন মোহাৰি দি ঘৰৰ পৰা বাহিৰ কৰি দিয়ে।

( ৮ )

আকৌ যিদিনা ডেভিডে ভাল কৰি পঢ়া দিব পাৰিছিল, সেই দিনাও নিস্তাৰ নাছিল। মিঃ মাৰ্ডষ্টোনে তৎক্ষণাৎ এটা প্ৰকাণ্ড যোগ অঙ্ক কৰিবলৈ দিছিল। সেই অঙ্ক ডেভিডে কৰিব নোৱাৰিছিল।

এদিন মাৰ্ডষ্টোনে বেত লৈ আহিল, ক'লে চাও, আজি তোমাৰ পঢ়া হয়নে নহয়। বেতডাল বতাহত ঘুৰাৰ মুহূৰ্ত্ত তাক জ্ৰু কৰিলে, ডেভিডে যি একণ পঢ়া কৰিছিল সেই খিনিও তাকো পাহৰি গ'ল। তাৰ অৱস্থা দেখি মাকে তো কান্দিয়েই পেলালে।

ক্লাৰা—মাৰ্ডষ্টোনে ধমক দিলে, তাৰ পিছত ডেভিডৰ হাত-খনত ধৰি ক'লে—ব'লা আমি ওপৰলৈ যাও।

মাকে বেগাবেগিকৈ দৌৰি আহিল, মিচ্ মাৰ্ডষ্টোনে তেওঁক বাধা দি ক'লে—তুমি বৰ ভোদা, কেনেকৈ হৰা-চোৱালী মানুহ কৰিব লাগে তাক নেজানা?

ক্লাৰাই আৰু আগ বাঢ়ি যাব নোৱাৰিলে।

ওপৰৰ কোঠালীলৈ গৈ মিঃ মাৰ্ডষ্টোনে ডেভিডৰ ডিঙিত হেঁচা মাৰি ধৰিলে। ডেভিডে কান্দি পেলালে, ক'লে, মোক নেমাৰিব, মই পঢ়া শিখিবলৈ খুব চেষ্টা কৰো। কিন্তু আপোনা-লোক দুজনক দেখিলেই মই সকলো পাহৰি যাও, সঁচা কথা কৈছোঁ।

তাৰ পিচত গোটেই দিনটো সেই কোঠাত বন্দী—নির্জন কাৰাবাস। কাৰোৰ লগত কথা কোৱা নাই, কাৰো মুখ দেখাৰ উপায় নাই। খিৰিকীৰ কাষত গৈ থিয় হবলৈ লাজ লাগে, পাছে বাহিৰৰ চিনাজনা সবাই গম পায় যে সি ঘৰত বন্ধাহৈ আছে। খালি কাণ পাতি বাহিৰলৈ শুনে, ঘণ্টা বাজিল, দুৱাৰ খোলা হ'ল, কোনে যেন কথা ক'লে, আকাশ পাতাল দুৰ্ভাবনাত বহু ৰাতিলৈকে তাৰ টোপনি নাহে। দীঘল পাঁচটা দিন এই ভাবেই কাটিল।

পাঁচদিনৰ দিনা গহীন নিশা হঠাৎ ডেভিডৰ টোপনি ভাঙ্গি গ'ল। কোনোবাই যেন বাহিৰৰ পৰা ফুচফুচাই তাৰ নাম ধৰা মতো যেন গম পালে। এন্ধাৰত হাত খপিয়াই দুৱাৰৰ কাষলৈ গৈ চাবিৰ ফুটাটোত মুখখন থৈ সুধিলে কোন পিগোটি?

— মই ডেভি। কিন্তু খুব লাহে, এন্দুৰৰ দৰে মনে মনে কথা পাতা, নহলে মেকুৰীয়ে শুনিবলৈ পাব।

—আই কেনে আছে পিগোটি? তেওঁ কি মোক খুব খং কৰিছে!

—নাই বোপাই, তোমাৰ ওপৰত খং কৰা নাই।

—মোক সিহঁতে আৰু কিমান দিন বন্ধ কৰি থব তুমি কব পাৰানে?

—তোমাক লণ্ডনৰ কোনোবা বোৰ্ডিং ইস্কুললৈ পঠিয়াবলৈ ঠিক কৰিছে?

—কেতিয়া?

—কাইলৈ।

—আইৰ লগত দেখা নহ'বনে কি ?

—হ'ব কাইলৈ ৰাতিপুৱা।

—বোপাই ডেভিড, সোণাই, মোৰ তোমাৰ মাৰাৰ কাৰণে অকণো নেভাবিবা। তোমাৰ মাৰাক মই খুব যত্ন কৰিম—একো নেভাবিবা। মই লেখাপঢ়া ভাল নেজানো, তথাপিও তোমাক ঠিক ঠিক লেখিম।

ডেভিডে শুনিবলৈ পালে পিগোটিয়ে কান্দিব লাগিছে।

পিছদিনা যথা সময়ত মিচ্ মাৰ্ডষ্টোন আহিল। ক'লে—আজি তুমি ইস্কুললৈ যাব লাগিব।

কাপোৰ কানি পিন্ধি ডেভিড তললৈ নামি আহিল। মাক বহি আছিল, মুখ মলিন, চকু ৰঙা। ডেভিড জঁপিয়াই পৰিল তেওঁৰ কোলাত, ক'লে—আই, মোক ক্ষমা কৰিবা।

মাকে ক'লে—বোপাই ডেভিড, তুমি এতিয়াৰ পৰা ভাল হ'বলৈ চেষ্টা কৰা, আপোনজনক কেতিয়াও মনত দুখ নিদিবা।

মাকে হয়তো আৰু কিবা ক'লেহেঁতেন কিন্তু মিচ মৰ্ডষ্টোন ওচৰতে বহি আছিল এনেহে আৰু একো কব নোৱাৰিলে ইপিনে পদুলিমুখত গাৰীৰ আৱাজ শুনা গ'ল।

মিচ্ মাৰ্ডষ্টোনে ডেভিডক গাৰীত তুলি দিলে।

মাকে ক'লে—বোপাই ডেভিড, মনত ৰাখিবা তোমাৰ ভালৰ কাৰণেই তোমাক ইস্কুললৈ পঠিওৱা হৈছে। আশা কৰো বহুত

যেতিয়া ঘৰলৈ আহিবা এতিয়াতকৈ বহুত ভাল লৰা হৈয়ে তুমি ফিৰিবা। ভগবানে তোমাৰ মঙ্গল কৰক।

মিচ্ মাৰ্ডষ্টোনে ক'লে—মইও আশা কৰো তোমাৰ দুৰ্ব্যবহাৰৰ কাৰণে তুমি অনুতাপ কৰিবা।

ডেভিডে করুণ চকুৰে এবাৰ মাকৰ ফালে চালে। গাৰী চলিবলৈ ধৰিলে।

অলপ দূৰ গৈয়েই গাৰীখন ৰৈ গ'ল। ডেভিডে তেতিয়াও কান্দিব লাগিছে। পিগোটিয়ে দৌৰি দৌৰি আহি একেবাৰেই গাৰীত উঠি প'ৰিল আৰু দুই হাতেৰে ডেভিডক সাৱটি ধৰিলে। মুখেৰে এটা কথাও নক'লে, খালি তাৰ চোলাৰ জেপত কেইটামান পিঠা আৰু এটা টকাৰ মোনা ভৰাই দিলে। তাৰ পাচত যিদৰে দৌৰি দৌৰি আহিছিল ঠিক সেইদৰেই দৌৰি দৌৰি উভতি গ'ল।

গাৰী আকৌ চলিবলৈ ধৰিলে।

গাৰোৱান বাকিচ। তাৰ লগত অলপ বন্ধুত্ব ক'ৰিবৰ মনেৰে ডেভিডে জেপৰ পৰা এটা পিঠা বাহিৰ কৰি তাৰ হাতত দিলে। বাকিচে একে কামোৰতে পিঠাটো শেষ কৰি ডেভিডক সুধিলে —এই পিঠাবোৰ কি তেওঁ নিজেই তৈয়াৰ কৰিছে?

—তুমি পিগোটিৰ কথা কৈছা নে কি?

—এৰা তেওঁৰ কথাই কৈছোঁ।

—উঁ, তেওঁৱেইতো আমাৰ ঘৰৰ সকলো বন্ধাবঢ়া কৰে।

—তেওঁ সকলো ৰকমৰে পিঠা কৰিব পাৰে নেকি ?

—ও, সকলো ৰকমৰে।

—বাক, তুমি সেইখিনি পায়েই তেওঁলৈ নিশ্চয়ই চিঠি লেখিবা।

—নিশ্চয়ই লেখিম।

—বেচ তুমি যে তেওঁক চিঠি লিখিবা, মনত পেলাই এটা কথা লেখি দিবা যে বাৰ্কিচ এতিয়াও ৰাজী আছে। লেখিবাতো ?

—নিশ্চয়ই লেখিম।

—লেখিবা, "বাৰ্কিচ ৰাজী আছে, তেনেহলেই হব"।

—বাৰু, তুমি উভতি আহি নিজেইটো এই কথাটো তেওঁক কব পাৰা।

—নহয় সেইটো ঠিক নহব, তুমিয়েই কথাটো তেওঁলৈ লেখি দিবা।

(১০)

আবেলি গাৰা আহি ইয়াৰমাউথ পালে ট্ৰেণ সাহিবলৈ ভেতিয়াও বহু দেৰী। হোটেলৰ পৰা কাগজ এটুকুৰা লৈ ডেভিডে পিগোটিলৈ এখন চিঠি লেখিলে—

প্ৰিয় পিগোটি,

মই ইয়াত আহি নিৰাপদে পালোঁহি। বাৰ্কিচ এতিয়াও ৰাজি আছে। আইক মোৰ মৰম দিবা।

তোমাৰ মৰমৰ ডেভি।

পুন। বাৰ্কিচে বিশেষ কৈ তোমাক জনাবলৈ কৈছে যে, বাৰ্কিচ ৰাজী আছে।

পিছদিনা ৰাতিপুৱা ডেভিড গাৰীৰ পৰা নামিল। ষ্টেচনৰ পৰা এজন শিক্ষকে তাক লৈ আহিল বোৰ্ডিং ইস্কুললৈ।

ইস্কুলটোৰ নাম 'চালেম হাউচ" চাৰিওপিনে ওখ গড়েৰে ঘেৰা। কেনেকুৱা যেন নিৰানন্দ বুলি বোধ হয়।

ইস্কুল ঘৰটো নিৰ্জন, বিষণ্ণ। তিনি সাৰি ডেস্ক আৰু বেঞ্চি সজোৱা। কাগজৰ টুকুৰা চাৰিওপিনে সিঁচৰিত হৈ আছে, গোটেইখন ধূলৰে বগা।

হঠাৎ চকুত পৰিল এখন ডেস্কৰ ওপৰত এখন পেষ্টবোৰ্ডত ডাঙৰ ডাঙৰ আখৰেৰে লেখা—সাৱধান! ই কামোৰে।

ডেভিডে ভাবিলে হয়তো তাত এটা কুকুৰ আছে। বেগা-বেগিকৈ এখন বেঞ্চৰ ওপৰত সি থিয় হল। লগৰ শিক্ষকজনে শুধিলে কি হ'ল?

—চাৰ, কুকুৰ।

—কুকুৰ? কুকুৰ ক'ত?

—তেন্তে কি চাব কুকুৰ নহয় ?

—কি কৈছা, বুজাই কোৱাচোন

—সৌৱা যে লেখা আছে, "সাৱধান ! ই কামোৰে।"

—অ'। সেইটো কুকুৰ নহয়, এটা কথাৰ কাৰণে লেখা হৈছে। মোৰ ওপৰত হুকুম আছে সেই লেখা টুকুৰাখন তোমাৰ পিঠিত আঁৰি দিবলৈ। প্ৰথমতে তোমাৰ লগত এনেকুৱা ব্যৱহাৰ কৰিবৰ মন নাই, কিন্তু ওপৰৱালাৰ হুকুম মানিবলৈ লাগিব।

শিক্ষক জনে পেষ্টবোৰ্ডটো ডোভডৰ পিঠিত ওলোমাই দিলে। আৰু সেই লেখাটো লগে লগে পিঠিত ওলমি ফুৰিবলৈ ধৰিলে। চলা ফুৰা কৰোঁতে সকলো সময়তে তাৰ মনত হবলৈ ধৰিলে, পিছত কোনোবা নহয় কোনোবা ঠিয় হৈ আছে আৰু পিঠিৰ লেখাখিনি পঢ়ি হাঁহিছে।

তেতিয়া ইস্কুল বন্ধ, বৰ্ডিঙত কোন ছাত্ৰ নাছিল। শিক্ষয়িত্ৰী মিষ্টাৰ মেলৰ হাতত অকলে ডোভডৰ পঢ়াশুনা আৰম্ভ হ'ল।

(১১)

এক মাহ পিছত ইস্কুল খুলিলে। স্কুলৰ অধ্যক্ষ মিষ্টাৰ ক্ৰিকল উভতি আহিল। ছাত্ৰবোৰো উভতি আহিল।

ডোভডক দেখি মিষ্টাৰ ক্ৰিকলএ ক'লে—এই বদমাইচটোৰ দাঁতবোৰকেইটা হব পাই বোতৰে ঘঁহি দিব লাগে।...এই এমাহত ইয়াৰ চালচলন কেনে দেখিলা ?

ৰিপর্ট কৰাৰ নিচিনা একো নেদেখিলো।

মিঃ ক্রিকলে এ ডেভিডৰ কাণখনত ধৰি ক'লে—মিঃ মাৰ্ডষ্টোনক মই চিনি পাঁও, তেওঁও মোক ভালদৰে চিনে।

তেন্তে তুমি মোক এতিয়াও ভালদৰে চিনিব পৰা নাই নে কোৱা?

—হয় চাৰ।

—সোনকালেই চিনি পাবা, তোমাক মই ভালদৰেই 'চনাই' দিম। মই বৰ চিধা মানুহ নহওঁ। বুলি ইমান জোৰে ডেভিডৰ কাণখন মোহাৰিলে যে, বেচেৰা যাতনাত অস্থিৰ হৈ পৰিল।

পিচদিনাৰ পৰা নিয়মমত ভাবে ইস্কুল বহিবলৈ ধৰিলে। সকলোৰে আগেয়ে ক্লাচত আহি সোমাল মিঃ ক্রিকল। ক'লে আজিৰ পৰা তোমালোকৰ নতুন পঢ়া আৰম্ভ হব, সদায় ঠিকমতে মোক পঢ়া দিব লাগিব। নহলে উপযুক্ত শাস্তি পাবা। পিটিত এনেকুৱা ক'লা দাগ বহিব যে জীৱনত নেপাহৰিবা মনত ৰাখিবা।

কথা কওঁতে কওঁতে মিঃ ক্রিকল আহি ডেভিডৰ ওচৰত থিয় হ'লহি, ক'লে—তুমিতো খুব কামুৰিব পাৰা শুনিছোঁ, মইও ভালকৈ পিটিব লোকা মেলিব পাৰোঁ। অলপ নমুনা চোৱা—সাৰপ্ সাৰপ্ কৰে কেই কোবমান বেত পিঠিত পৰিল। ডেভিডৰ চকুলো ওলাল।

তাৰ পিছত মিঃ ক্রিকলে এটা এটাকৈ প্রত্যেকখন ডেস্কৰ আগত এবাৰ ঘূৰি আহিল, আধা ছাত্রই বেতৰ যন্ত্রণাত চিঞৰি উঠিল। যিবোৰ বয়সত সৰু সিহঁতেই মাৰ খালে বেচি।

এই ভাবেই প্ৰথম দিনাৰ ইস্কুলৰ কাৰ্য আৰম্ভ হ'ল। ডেভিডৰ পিঠিত পেষ্টবোৰ্ডখন বন্ধা থকাত, মিঃ ক্ৰিকলৰ বেত মৰাত অসুবিধা হয়। সেই কাৰণে এদিন তেওঁ পেষ্টবোৰ্ডখন ডেভিডৰ পিঠিৰ পৰা খুলি পেলাই দিলে।

এ পাছে মিঃ ক্ৰিকলৰ ভয়, আনপিনে লৰাবোৰৰ লাঞ্ছনা! ডেভিডে কোনোমতেই শান্তি নেপাইছিল, (থাক) মাকৰ আৰু পিগটিৰ কথা তাৰ মনত পৰে।

ইয়াৰ ভিতৰতে এদিন মিঃ পিগোটি হেমৰ হাত ধৰি ইস্কুললৈ আহিল। ডেভিডৰ লগত দেখা কৰি ক'লে—মোৰ ভণীজনীয়ে লেখিছিল যদ কেতিয়াবা এইফালে আহা তেনেহলে মাষ্টাৰ ডেভিডৰ লগত যেন দেখা কৰি যাওঁ। সেই কাৰনেই আহিলোঁ। তুমি এতিয়া আগতকৈ কিমান ডাঙৰ হৈছা।

আগতকৈ ডাঙৰ হৈছো। ডেভিডে হাঁহিলে, তাৰ পাছত সুধিলে- মাহ কেনে আছে? পিগোটি কেনে আছে? এমিলি, মিসেস গামেজ?

সকলো ভালে আছে. সকলো ভালে আছেবুলি মিঃ পিগোটিয়ে তেওঁৰ মোনাৰ পৰা ডাঙৰ মিছামাছ, কেঁকোৰা, আৰু কুজি মিছা বাহিৰ কৰি ক'লে তুমি খাবলৈ ভাল পোৱা, সেই দেখি বুঢ়ীআয়ে এইবোৰ মিজাই দি পঠিয়াইছে।

তেওঁলোক গুচি যোৱাৰ পিছত বন্ধুবোৰে মিলি সেই মাছবোৰ ভোজ পাতিলে। বহুদিনৰ পিচত ডেভিডৰ মনটো আজি প্ৰসন্ন হ'ল।

(১২)

চাওঁতে চাওঁতে ছমাহ কাটি গ'ল। স্কুলৰ ছুটী হ'ল। ডেভিড ঘৰলৈ ৰাওনা হ'ল।

ইয়াৰমাউথ পাই বাৰ্কিচৰ লগত দেখা। সি তাৰ গাড়ীত ডেভিডক তুলি ল'লে। গাড়ী চলোতে চলোতে তাৰ লগত ডেভিডে বহুতো কথা পাতিলে। ডেভিডে ক'লে- বাৰ্কিচ, তোমাৰ কথা পিগোটিক জনাইছিলো, পিছে তেওঁ কি উত্তৰ দিলে?

একো নাই তাইৰ লগত মোৰ আৰু দেখাই হোৱা নাই। এটা উত্তৰ দিয়া তাইৰ নিশ্চয় উচিত আছিল।

— নিশ্চয় মই এইবাৰ তাইক ক'ম।

—নবা, বাৰ্কিচে উত্তৰ খুজিছে দেই। আচ্ছা তাইৰ নামটো কি?

—পিগোটি।

—পুৰা নাম?

—ক্লাৰা পিগোটি।

অলপ পাছত বাৰ্কিচে এটুকুৰা চকমাটি বাহিৰ কৰি গাড়ীখনৰ এঠাইত লেখি ল'লে ক্লাৰা পিগোটি।

ইতিমধ্যে গাড়ী আহি ঘৰৰ আগত ৰ'লহি। মিঃ আৰু মিচ মাৰ্ডষ্টোনৰ আগত পৰে বুলি ডেভিডৰ ভয় লাগিল। কিন্তু কেওঁ ক'তো নাই, চাৰিওপিনে চুপচাপ।

ডেভিডে মনে মনে মাকৰ কোঠালীত সোমালগৈ। মাকে অকলে অকলে বহি গুণ গুণ কৈ গান গাই আছিল, ডেভিডে কথা কওঁতেই মাকে চক খাই উঠিল। মাকৰ কোচত এটি সৰু শিশু। মাকে কেচুৱাটো থৈ উঠি আহি ডেভিডক বুকুত সাৱটি ধৰিলে, তাৰ পাছত কেচুৱাটোক দেখুৱাই ক'লে—এইটি তোমাৰ ভায়েৰা।

পিগোটিয়ে আন এটা কোঠালীৰ পৰা দৌৰি আহিল। ডেভিডক লৈ পন্ধৰ মিনিটমান মৰম কৰি তাই যেন তাক পাগল কৰি তুলিলে।

মার্ডষ্টোনহঁত ঘৰত নাছিল। তিনিওজনে মিলি আগৰ দৰে বহুতো গল্প কৰিলে। ইস্কুলৰ কথা মিঃ ক্রিকলৰ কথা লগৰ লগৰীয়াহঁতৰ কথা, বাকিচৰ কথা আৰু নানা তৰহৰ আগগুৰি নথকা কথা।

ৰাতি যেতিয়া প্রায় দহটা বাজে, বাহিৰৰ গাৰীৰ চকাৰ শব্দ শুনা গ'ল। মাকে বেগাবেগিকৈ ডেভিডক ওপৰৰ তলালৈ পঠিয়াই দিলে, ক'লে—ইমান ৰাতিলৈ উজাগৰে থকা মিঃ মার্ডষ্টোনে ভাল নেপায়, শোৱাগৈ যোৱা।

পিচদিনা ৰাতিপুৱা তলৰ তলালৈ নামোতেই ডেভিডৰ বুকুখন কঁপি উঠিল, মিচ মার্ডষ্টোনে চাহ কৰি আছিল, এনেভাবে ক'লে যেন তাক চিনি নেপায়।

মিঃ মার্ডষ্টোনৰ ওচৰলৈ গৈ ডেভিডে ক'লে—আপুনি মোক মাফ কৰিব চাৰ। মই আপোনাৰ হাতটো কামোৰাৰ-কাৰণে সচাঁই দুঃখিত।

—তোমাৰ কথা শুনি খুচি হ'লো ডেভিড—বুলি তেওঁ হাত বঢ়াই ডেভিডৰ হাতত হেণ্ডচেক্ কৰিলে, সেই হাতত তেতিয়াও কামোৰৰ ৰঙা দাগটো আছে।

মিচ্ মাৰ্ডষ্টোনক ডেভিডে ক'লে—আপুনি কেনে আছে মাডাম্? চাহৰ পেয়লাটো আগ বঢ়াই মিচ্ মাৰ্ডষ্টোনে সুধিলে কিমান দিনৰ কাৰণে ছুটি হ'ল।

—এমাহৰ কাৰণে।

—কেতিয়াৰ পৰা?

—আজিৰ পৰা।

—অ! তেনেহ'লে আৰু উনত্ৰিশ দিন।

দিনৰ পিছত দিন মিচ্ মাৰ্ডষ্টোনে ছুটীৰ হিচাব ৰাখে, সদায় [illegible] ভাঠি শুনাই দিয়ে যেই দিন কাটিল। যিমানেই দিন কমে সিমানেই তেওঁ খুচি হৈছে যেন বোধ হয়।

মাৰ্ডষ্টোনহঁতে যে তাক পছন্দ নকৰে, এইটো ডেভিডে স্পষ্ট বুজিব পাৰে। সেই কাৰণেই সময়ে সময়ে পিগোটিৰ ওচৰত গৈ পাকঘৰত বহি থাকিছিলগৈ। মিঃ মাৰ্ডষ্টোনক সেইকণো সহ্য নহ'ল। এদিন ডেভিডক মাতি ক'লে—তুমি আজিকালি নীচলোকৰ লগত মিলামিশা কৰিবলৈ আৰম্ভ কৰিছা। পাকঘৰতগৈ আৰু নবহিবা। পিগোটিৰ লগত মিলামিশা কৰা এইটো মই পছন্দ নকৰোঁ।

তেতিয়াৰে পৰা ডেভিডৰ সিইঁতৰ আগত বৈঠকখানাত বহি এই ভাবেই এদিন ছুটি শেষ হ'ল। মিচ্ মাৰ্ডষ্টোনে বাতিপুৱা মনত পেলাই দিলে আজি তোমাৰ ছুটিৰ শেষ দিন বুলি।

আহাৰাদি শেষ কৰি ডেভিড, মিঃ বাৰ্কিচৰ গাৰীত উঠি বহিল। সক লৰাটোক কোচত লৈ মাক আহি বাগানৰ গেটত থিয় হ'লহি। ডেভিডৰ ফালে তেওঁ একেথৰে চাই থাকিল। গাৰী চলোতে চলোতে সেই মুখখনি ডেভিডৰ চকুৰ আগৰ পৰা ক্ৰমে ক্ৰমে আঁতৰি গ'ল।

ইস্কুলত পঢোতে পঢোতে ক্ৰমে মাৰ্চ্চ মাহ ঘূৰি আহিল। শুকুৰ বাৰে আছিল ডেভিডৰ জন্মবাৰ।

কুঁৱলীৰে ঘেৰা ৰাতিপুৱা ক্ৰিক্‌লৰ কোঠাত ডেভিৰ ডাক পৰিল। পিগোটিয়ে নিশ্চই কিবা ভাল উপহাৰ পঠিয়াইছে বুলি ভাবি সি দৌৰি গ'ল। মিঃ ক্ৰিক্‌ল্ আৰু তেওঁৰ ঘৈণীয়েক কোঠাত বহি আছিল। "বহাঁ, তোমাৰ লগত কথা আছে"। ডেভিড বহিল।

মিচেচ্ ক্ৰিকেলে ক'লে-বাৰ্ক ছুটিৰ পাছত তুমি যেতিয়া ঘৰৰ পৰা আহিলা তেতিয়া সকলোৰে ভাল দেখি আহিছিলাতো? তোমাৰ মাৰা ভালে আছিলতো?

ডেভিডৰ বুকুখন কঁপি উঠিল।

হেডমাষ্টৰ ডাঙৰীয়াৰ ঘৈণীয়েকে কলে তোমাৰ মাৰাৰ বৰ অসুখ, এই মাত্ৰ চিঠি আহিছে।

ডেভিডে কান্দি পেলালে।

তোমাৰ মাৰাৰ বৰ টান বেমাৰ হৈছিল। এইমাত্ৰ খবৰ আহিছে, তেওঁ ঢুকাল।

ডেভিডে চিঞৰি কান্দি উঠিল। নিজৰ বুলিবলৈ আৰু এই পৃথিবীত তাৰ কোনো নেথাকিল। আজিৰ পৰা সি অনাথ।

মিচেচ ক্রিকেলে তাক কোলাত তুলি ল'লে। বহুত বুজালে। কান্দি কান্দি ডেভিড ভাগৰি পৰিল।

পিছদিনা ডেভিড ঘৰলৈ গ'ল। গাড়ীৰ পৰা নামোতেই পিগোটিয়ে ডেভিডক বুকুত সাৱটি ধৰিলে।

মি· মাৰ্ডষ্টোন আৰু তেওঁৰ ভনীয়েকে ডেভিডৰ পিনে উভতিও নেচালে। গির্জাৰ এলম্ গছৰ তলত কবৰ খন্দা হৈছিল। চাৰিওপিনে নিস্তব্ধ, নিজান। ৰাতিপুৱাৰ পোহৰ ম্লান হৈ গৈছে। পাদ্রী মহাশয়ে মন্ত্র উচ্চাৰণ কৰিছিল যেন বহু দূৰৰ পৰা তেওঁৰ মাতৰ আওয়াজ উঠি আহিছিল। কবৰৰ চাৰিও-পিনে কিমান চিনাকি মুখ, কোনোবাই চুপকৈ থিয় হৈ আছিল, কাৰোবাৰ চকুত পানী। ডেভিডৰ মাকৰ শৱাধাৰটো ধীৰে ধীৰে মাটিত পোঁতা হ'ল। সকলো শেষ হৈ গ'ল। পিগোটিয়ে কান্দি কান্দি ডেভিডক লৈ ঘৰলৈ গ'ল। কথায় কথায় পিগোটিয়ে ক'লে—তুমি যিদিনা গুচি গ'লা তোমাৰ মাৰাই মোক কৈছিল—মোৰ মনটোৱে যেন কৈছে বোপাই ডেভিডক আৰু মই চাবলৈ নেপাওঁ। মৃত্যুৰ আগদিনা ৰাতি তেওঁ ক'লে—"পিগোটি, ডেভিড

মইনাক ক'বা মই তাক আশীৰ্ব্বাদ কৰি গ'লো, এবাৰ নহয় হাজাৰ বাৰ।"

...মৃত্যুক মই আৰু ভয় নকৰো, মই বৰ ক্লান্ত,—বুলি হাঁহি হাঁহি তেওঁ শুই পৰিল।

কেইদিন মান খালি মাকৰ চিন্তাতে ডেভিডৰ কাটি গ'ল। চুৰা যোৱাৰ পাছত মিঃ মার্ডষ্টোনে এদিন পিগোটিক কামৰ পৰা একেবাৰে দিলে। পিগোটিও দুঃখিত নহল কাৰণ সিহঁতৰ ঘৰত কাম কৰাৰ পিগোটিৰ ইচ্ছা নাছিল। তুমি য'তে থাকা তোমাৰ লগত মই দেখা কৰিম। সপ্তাহত এবাৰ মই তোমাৰ লগত দেখা কৰিমেই। মই কাৰো বাধা নেমানো।

পিগোটি গুচি গ'ল। ডেভিডৰ পিনে চাই বেচেৰা বুলি বলৈকো আৰু কোনো নেথাকিল। গোটেই ঘৰখনৰ ভিতৰত সি অকলে। সৰু ভায়েকটোও মাক চুকুৱাৰ কেইদিনমানৰ পিছতে ঢুকাল। এতিয়া আৰু ডেভিডৰ পিনে কোনেও নোচোৱা হ'ল। কোনেও তাৰ লগত কথা নকয়। হয়তো কোনোদিন খোৱাৰ সময়ত তাৰ ডাকেই নপৰে। ইয়াতকৈ ইস্কুল বহুত ভাল আছিল। শেষত এদিন ডেভিডে মিচ্ মার্ডষ্টোনক সুধিলে—মই কেতিয়া আকৌ ইস্কুললৈ উভতি যাম।

—ইস্কুললৈ আৰু উভতি যোৱা নহয়।

তেন্তে কিহলৈ কি কৰা হব সেই কথাকে ডেভিডে বহি বহি ভাবে। এদিন মিঃ মার্ডষ্টোনে ডেভিডক মাতি ক'লে—তুমি বোধ হয় জানা

যে আমি ধনী নহওঁ; আৰু খৰচ পত্ৰ দি লেখাপঢ়া শিকোৱা মোৰ পক্ষে সম্ভৱো নহয়। কামচলা ৰকমৰ লেখাপঢ়া তুমি শিকিলা সেই দেখি মই ঠিক কৰিছোঁ এতিয়াৰে পৰা তোমাক এটা কামত লগাই দিওঁ। তাৰ উপৰিও তোমাৰ বহুতো দোষ কাম কৰিলে সেই সকলোবোৰ দোষ শুধৰ হৈ যাব। তুমি বোধ হয় মাৰ্ডষ্টোন গ্ৰীনবি কোম্পানীৰ নাম শুনিছা? তাত বহুতো নতুন মানুহ লব, তাতে তোমাৰ চাকৰী হব। তাত তুমি যি দৰমহা পাবা তাৰেই তোমাৰ চলি যাব।

পিছদিনাই মাৰ্ডষ্টোনে ডেভিডক লণ্ডনলৈ পঠিয়াই দিলে।

(১৩)

দহবছৰীয়া ল'ৰা মাৰ্ডষ্টোন এণ্ড গ্ৰীনবিৰ কাৰখানাত আহিল চাকৰী কৰিবলৈ। নদীৰ ওচৰৰ এটা পুৰণা ঘৰত মদৰ ভাটিখানা। ডেভিডৰ কাম হ'ল বটল ধোৱা, লেবেল লগোৱা, ঠিপা লগোৱা আৰু পেক্ কৰা। দৰমহা হ'ল সপ্তাহত ছয় চিলিং।

আৰু বহুতো লৰাই তাত কাম কৰিছিল। সিহঁতৰ হীনতাৰ কাৰণে সি সিহঁতৰ লগত ভাল কাৰে মিলামিছা কৰিব নোৱাৰিছিল। বটল ধোওঁতে ধোওঁতে বাৰ বাৰ তাৰ বোধ হৈছিল তাৰ জীৱনটো ব্যৰ্থ হৈ গ'ল। ভালকৰি লেখাপঢ়া শিকি ক'ত সি মানুহৰ নিচিনা মানুহ হব, সেইটো আৰু নহ'ল। চকুৰ পৰা টোপালে টোপালে পানী পৰি, বটল ধোৱা পানী আৰু চকুৰ পানী এক হৈ যায়।

প্ৰথম দিন চাৰে বাটিৰ সময়ত পৰীয়া খাবৰ চিটি হ'ল, মেনেজাৰে এজন আধবয়সী টকলা মূৰৰে ভদ্ৰলোকৰ লগত তাৰ পৰিচয় কৰি দিলে। তেওঁ ক'লে - তুমিয়েই মাষ্টাৰ কোপাৰ ফিল্ড। মিঃ মাৰ্ডষ্টোনে মোলৈ চিঠি লেখিছে, মোৰ ঘৰত এটা কোঠালী খালি আছে, তাতে তুমি থাকিবা। মোৰ নাম মিঃ মিকবাৰ আৰু মোৰ ঠিকনা, উইণ্ডচৰ টেৰেচ, চিটি ৰোড।

ডেভিডে তেওঁক নমস্কাৰ কৰিলে।

মিঃ মিকবাৰে ক'লে—তুমি ইয়ালৈ নতুন আহিছা বাস্তা ঘাটতো নিচিনা, সন্ধিয়াবেলিকা মই আহি তোমাক লগত লৈ যাম।

বাতি আঠটা বজাত ডেভিডৰ ছুটি হ'ল। মিঃ মিকবাৰৰ তাক লগত লৈ ঘৰলৈ আহিল। মিচেচ মিকবাৰে ডেভিডক ওপৰৰ তলাৰ কোঠালী এটা খালি কৰি দিলে, ক'লে- ইয়াৰ আগতে আমি কেতিয়াও ঘৰ ভাৰা দিয়া নাই, কিন্তু মোৰ স্বামীৰ অৱস্থা এতিয়া বিশেষ বেয়া সেয়ে দেখিছে দিলোঁ।

মিঃ মিকবাৰৰ অৱস্থা যে সঁচাকৈয়ে বেয়া সেই কথাটো পাওনাদাৰবোৰৰ তেওঁৰ ঘৰলৈ শুভাগমন দেখিলেই বুজা যায়। বাতিপুৱাৰ পৰা সান্ধ্যকাললৈকে পাওনাদাৰ আহে। মিঃ মিকবাৰে কেনভাচিঙৰ কাম কৰে। কোনো কোনো দিনা তেওঁ একেবাৰেই নেপায়। বাতি ঘৰলৈ আহি হতাশ ভাবে কয়াহ—এইবাৰ আৰু জেললৈ যোৱাৰ বাহিৰে উপায় নাই, যি ভাবে ধাৰৰ বোজা বাঢ়িব লাগিছে।

শেহত মিচেচ্ মিকবাৰে গিৰীযেকক্ লুকুৱাই ঘৰৰ বস্তু বাহনি বেচিবলৈ ধৰিলে। ডেভিডৰ কাম হ'ল সদায় ৰাতিপুৱা কাৰখানালৈ যোৱাৰ আগতে কিবা এটা বিক্ৰী কৰি থৈ অহা।

কেইদিনমান এইভাবে চলাৰ পাছত এদিন ৰাতিপুৱা পুলিচে আহি মিঃ মিকবাৰক গ্ৰেপ্তাৰ কৰি লৈ গ'ল।

কিন্তু মিঃ মিকবাৰে জেল খাটিব নেলাগিল, বন্ধুবান্ধৱৰ চেষ্টাত দেউলিয়া আইন অনুসাৰে মুক্তি পালে।

তাৰ পাছত তেওঁ চাৰিৰ চেষ্টাত লণ্ডন এৰি সপৰিবাৰে প্লাইমাউথলৈ গুচি গ'ল।

যোৱাৰ সময়ত মিঃ মিকবাৰে ডেভিডক ক'লে—তুমি বয়সত মোতকৈ সৰু হ'লেও বিপদৰ দিনত মোৰ বন্ধু আছিলা, তোমাৰ কথা মোৰ চিৰদিন মনত থাকিব। তোমাতকৈ বয়সত মই বহুত ডাঙৰ, জীৱনত অভিজ্ঞতাও মোৰ বহুত বেছি, সেই দেখি তোমাক এটা কথা কৈ যাওঁ, "যি কামটো আজি কৰিব পাৰিবা সেই কামটো কালিৰ কাৰণে পেলাই নথবা, সময় কেতিয়াও বাজে নষ্ট নকৰিবা, আয় মতে ব্যয় কৰিবা—কিছু কিছু সঞ্চয়ো কৰিবা।" নহ'লে তোমাৰ অৱস্থা মোৰ নিচিনা হ'ব। ভগবানে তোমাৰ মঙ্গল কৰক, তুমি সুখী হোৱা, তোমাৰ উন্নতি হওক।

মিচচ্ মিকবাৰে ডেভিডক সাৱটি ধৰিলে, আৰু চুমা খালে। ডেভিড আকৌ অকলশৰীয়া হ'ল।

(১৪)

ডেভিডে এইবাৰ ঠিক কৰিলে যে সি আৰু মদৰ কাৰখানাত কাম নকৰে। সি তাৰ বুঢ়ীমাক মিচ্ বেট্‌চিক বাহিৰ কৰিবৰ ঠিক কৰিলে। বুঢ়ীমাকৰ ঠিকনা জানিবৰ কাৰণে পিগোটিলৈ চিঠি লেখিলে আৰু ৰাস্তাৰ খৰচৰ কাৰণে কেইটামান টকা ধাৰ খুজি পঠিয়ালে।

সোনকালে চিঠিৰ উত্তৰ আহিল। পিগোটিয়ে এটা হাফ্ গিনি পঠিয়াইছে আৰু লেখিছে যে মিচ বেটচি ডেভাৰৰ ওচৰত সমুদ্ৰৰ পাৰত থাকে, সঠিক ঠিকনা জনা নাই।

শনিবাৰে ডেভিড ৰাওনা হৈ পৰিল। কিন্তু বাহিৰ হোৱাৰ আগতে এটা বিপত্তি ঘটিল। এখন গাৰী ভাৰা কৰি তাৰ বাকচটো যেতিয়া সি গাৰীত তুলিছিল হঠাৎ তাৰ জেপত পৰা হাফ্‌গিনিটো পৰি গ'ল। আকৌ কেতিয়াবা কেনেবাকৈ পৰি যায় বুলি ডেভিডে সেইটো বুঢ়ালি লৈ মুখত ভৰাই থ'লে। গাৰোৱানটোৱে তেতিয়াই নামি আহি তাৰ গাল দুখন চেপি ধৰিলে, গিনিটো বাহিৰ হৈ পৰিল। গাৰোৱানে ক'লে এইটো দেখিছো দস্তুৰমতে পুলিচ কেচ্, ব' তোক থানালৈ লৈ যাওঁ।

ডেভিডে ভয়ত কান্দি পেলালে।

—পলিচলৈ বʼল।—বুলি গাবেয়িানে একে জঁাপেই গাৰীত উঠি গাৰী চলাই দিলে। ডেভিডে তাৰ পাচে পাচে দৌৰিলে। ৰাস্তাত কেইবাৰ যে গাৰীৰ তলত পৰোতে পৰোতে বাচি গʼল। কিন্তু গাবেয়িানক ধৰিব নোৱাৰিলে। জেপত মোটে তিনটা পেনি আছিল, তাকে সম্বল কৰি সি ৰাস্তাত চলিবলৈ আৰম্ভ কৰিলে।

যাওঁতে ডেভিডৰ ভাগৰ লাগিল। ভোকত গোটেই গাটো তাৰ জিম জিমাবলৈ ধৰিলে। মাত্র তিনটা পেনি আছে, নেখায়েই হয়তো শেহত মৰিব লাগিব।

ৰাস্তাত এখন দোকানত এখন চাইনবৰ্ড দেখিলে। তাত পুৰণা কাপোৰকানি বিক্ৰী হয়। তাত সি তাৰ ৱেষ্টকোটটো ন' পেনি দামত বিক্ৰী কৰি দিলে।

ৰাতি সি তাৰ পুৰণা স্কুল চালেম হাউচত আহি পালেহি। গোটেই ইস্কুল ঘৰতো তেতিয়া নিস্তব্ধ, কোনো কোঠালিত পোহৰ নাই। বাহিৰত এপিনে এটা খেৰৰ দʼম আছিল, তাৰ ওপৰতে ডেভিড শুই পৰিল। আৰু তাৰ টোপনি আহিল। ৰাতিপুৱা ইস্কুলৰ ঘণ্টা বজাত তাৰ টোপনি ভাঙি গʼল। পিছে তাৰ কোনোবা পুৰণা সহপাঠীয়ে তাক সেই অৱস্থাত দেখিবলৈ পায়, সেই ভয়তে সি ঠাই এৰিলে।

সেইদিনা দেওবাৰ। গোটেই দিনটো ডেভিডে খোজ কাঢ়িলে। এটা পাঁউৰুটি কিনি খালে, তাৰ পাছত ৰাতি বাস্তাৰে এঠাইত শুই পাৰল। পিছদিনা ৰাতিপুৱা ভবিৰ বেষত খোজ কাঢ়িব নোৱাৰিলে। গাৰ কোটটো বেচিব নোৱাৰলে সেইদিন আৰু নচলিব যেন দেখি সি ওচৰৰে এখন দোকানত সোমাই ক'লে এটা কোট বেচিব খোজোঁ, কিনিবনে কি?

—চাওঁ কেনে কোটটো?

—ডেভিডে কোটটো দেখুৱালে।

—কি দামত বেচিবা।

—দহ চিলিং।

—মই দেব চিলিং দিম।

ডেভিডৰ তোতয়া খুব দৰকাৰ, ক'লে—বেচ তাকে দিয়ক।

—বাক বাহিৰত বহাগৈ দিছোঁ, বুলি কোটটো লৈ ভিতৰ সোমাল। ডেভিডে বাহিৰত আহি বহিলহি।

বহি আছে, বাহয়েই আছে, লাহে লাহে সন্ধিয়া হৈ আহিল, ডেভিডে ভিতৰলৈ আহি ক'লে—মোৰ পইচাখিনি দিয়ক।

—পইচা লবা নে বস্তু লবা? মাছ ধৰা চিপ? বাঁহি? টুপী?

—নহয় পইচা দিয়ক, নহলে মোৰ কোটটো ঘূৰাই দিয়ক।

—বেচ তেনেহ'লে এক চিলিং নিয়া।

—নহয়।

— বাৰু, আৰু দুই পেন্স দিছোঁ।

—নহয়, ওঠৰ পেন্সকৈ দিব লাগিব, নহলে মই নেখাই মৰিব লাগিব।

—আচ্ছা, এক চিলিং তিন পেন্স নিয়া।

—নহয়, গোটেইখিনি দিব লাগিব।

—আচ্ছা বাৰু, এক চিলিং চাৰি পেন্স নিয়া।

দোকানদাৰটো মাতাল, ডেভিডৰ ভয় লাগিবলৈ ধৰিলে, বৰ ভাগৰো লাগিছিল। নগদ ষোল পেনতে কোটটো বিক্ৰী কৰি দিলে।

তাৰ পাছত খোঁড়াই খোঁড়াই যিমান দূৰ পাৰিলে চলিলে।

পিছদিনা সি গৈ ডোভাৰ পালেগৈ। বহুতো ঠাইত বিচাৰি শেহত মানুহক সুধি সুধি বুঢ়ীমাকক বিচাৰি পালেগৈ।

বুঢ়ীমাকৰ দুৱাৰমুখত আহি যেতিয়া সি ঠিয় হ'লহি, তাৰ জোতা ফাটি গৈছে, টুপিটোও তাৰ মেটুৰামেটুৰ হৈ গৈছে, গাত খালি কামিজটো আৰু পেণ্টটো—ফটা, ময়লা, বোকা লগা। মূৰৰ চুলি কক্ষ, হাত মুখ ধূলিৰে বগা।

বাগিচাত এগৰাকী বয়সীয়াল ভদ্ৰমহিলাই গছৰ গুৰি খুচৰি আছিল, তেওঁক দেখিয়েই সি চিনি পালে। মাকৰ মুখত এনে এগৰাকী ভদ্ৰমহিলাৰ কথা ডেভিডে শুনিছিল। সাহ কৰি গৈ সি তেওঁৰ আগত ঠিয় হলহি। আঙুলিৰে তেওঁক চুই মাতিলে—ম্যাডাম্।

—তেওঁ চঁক খাই উঠিল।

—বুঢ়ী আই।

—অ্যাঁ

—বুঢ়ী আই। মই আপোনাৰ নাতিয়েক ডেভিড কোপাৰ-ফিল্ড। ব্লাণ্ডাৰষ্টোনত মোৰ ঘৰ। মোৰ যিদিনা জন্ম হয়, সেই দিনাই আপুনি তাৰ পৰা গুচি আহে। আই ঢুকাল, আৰু মোৰো দুঃখৰ অন্ত নপৰা হ'ল। মোক কোনেও চাবলৈ চিতবলৈ নাই, লেখাপঢ়া নিশিকায় মদৰ কাৰখানাত কাম কৰিবলৈ পঠিয়াইছিল. মই তাৰ পৰা পলাই আহিছোঁ। আহোঁতে বাস্তাত মোৰ সকলো চুৰি হ'ল। গোটেইখিনি বাস্তা মই খোজ কাঢ়ি আহিছোঁ। এই কেইৰাতি বাস্তাত শুয়েই কটাই দিছোঁ।—কওঁতে কওঁতে ডেভিডে কান্দি পেলালে।

বুঢ়ীমাকৰ সিমানপৰে বিস্ময়ৰ ঘোৰ কাটিছে। বেগাবেগিকৈ ডেভিডক ভিতৰলৈ লৈ গৈ কেইটামান ঔষধ খুৱাই এখন সোফাত তাক শুৱাই দিলে। তাৰ পাছত চাকৰনী জেনেটক ওপৰৰ তলাৰ পৰা মিঃ ডিকক্ মাতি আনিবলৈ হুকুম দিলে।

মিঃ ডিক্ মিচ্ বেট্‌চিৰ দূৰ সম্পৰ্কীয় আত্মীয়। ভায়েকৰ দুৰ্ব্যৱহাৰৰ কাৰণে তেওঁৰ ঘৰ এৰিব লগীয়াত পৰিছিল, তেতিয়াৰে পৰা এওঁ মিচ্ বেট্‌চিৰ ঘৰতে আছে। বৰ ভাল মানুহ, অৱশ্যে স্বভাবটো অলপ পগলাৰ নিচিনা।

মিঃ ডিক্ তললৈ নামি আহোঁতেই বুঢ়ীমাকে ক'লে—মিঃ ডিক্, তুমি নিশ্চয় মোৰ ভতিজা ক্লোপাৰফিল্ডৰ নাম শুনিছা? এইজন তাৰে লৰা ডেভিড কোপাৰফিল্ড। সি ঘৰৰ পৰা ইয়ালৈ পলায় আহিছে। ভাবিচিন্তি এটা মতলব দিয়াছোন তাক লৈ এতিয়া কি কৰা যায়?

—তাক লৈ এতিয়া কি কৰা যায়? এৰা!—ডিকে অলপ পৰ কি ভাবিলে, তাৰ পাছত ক'লে—তাক এতিয়া গা ধুৱাই দিয়া।

—ঠিক কৈছা—বুঢ়ীমাকে ক'লে—জেনেট গা ধোৱাৰ পানী গৰম কৰা। বুঢ়ীমাকে তাক ভালকৈ গা ধুৱাই দিলে, ডিকৰ কামিজ আৰু পায়জামা পিন্ধালে, তাৰ পাছত খাবলৈ দিলে মুৰ্গীৰ মাংস আৰু পুডিং। কথায় কথায় ডেভিডৰ মুখৰ পৰা ঘৰৰ খবৰ সকলো জানি ল'লে, তাৰ পাছত ক'লে আচ্ছা ডিক, এইবাৰ তাক লৈ আমাৰ কি কৰা উচিত?

আচ্ছা, তাক এইবাৰ অলপ শুৱাই দিলে নহয় নে?

—জেনেট মিষ্টাৰ ডিকে ঠিক কৈছে। বিছনা কৰা হৈছে যাদ, তাক লৈ যোৱা।

ওপৰ তলাৰ ধুনীয়া এটা কোঠালীত, ডেভিডৰ শুবৰ ব্যৱস্থা হ'ল। খিৰিকীয়েদি সাগৰ দেখা যায়। জোনৰ পোহৰ পৰি সাগৰৰ পানী জিলমিলাই আছে। চাই থাকোতে থাকোতে বোধ হয় যেন সেই চন্দ্ৰালোকৰ মাজেদি মাকৰ আশীৰ্ব্বাদ যেন নামি

আছিছে তাৰ কোঠালীটোল। এখন স্বপ্ন জগত যেন ৰচিত হৈছে তাৰ চকুৰ আগত।

বহুদিনৰ পিছত বেচ নৰম বিচনাত শুই সাৰে সাৰে চাই চাই ডেভিডৰ টোপনি আহিল।

পিছদিনা ৰাতিপুৱা বটীনাক ক'লে—তোমাৰ কথা মই মিঃ মাৰ্ডষ্টোনলৈ লেখি দিলোঁ।

ডেভিডৰ মুখখন শুকাই গ'ল ক'লে—কিয়? তেওঁলোকৰ ওচৰলৈ মোক পঠিয়াই দিব নেকি?

সেই বিষয়ে মই এতিয়াও একো ঠিক কৰা নাই, সেইটো তেতিয়া দেখা য'ব। সেই কথা এতিয়া যাওক। তুমি এবাৰ ওপৰলৈ যোৱাচোন, মিঃ ডিক্‌ক্ গৈ কোৱাগৈ যে তেওঁৰ আত্মকথাখিনি কিমান দূৰ লেখা হ'ল মই জানিবলৈ বিচাৰিছোঁ।

ডেভিড ওপৰলৈ গ'ল। তৃতলাৰ এটা কোঠাত বহি মিঃ ডিক লেখি আছিল। ডেভিডৰ কথা শুনি ক'লে—লেখা আৰম্ভ ক'ৰি দিছোঁ, বেচ আগ বাঢ়িছে আৰু এতিয়াওতো ঢেৰ সময় আছে। বাৰু, চোৱাচোন এই চিলাখন কেনে হৈছে? মই এইখন তৈয়াৰী কৰিছোঁ, আজি উৰাম তুমি আৰু মই। বহুত লম্বা ৰচি আছে, বহুত ওপৰলৈ উৰাম।

প্ৰকাণ্ড সাত ফুট, লম্ব এখন চিলা লৈ মিঃ ডিক্ ডেভিডৰ লগত ঘৰৰ পৰা ওলাই গ'ল।

প্ৰথমৰ পৰাই মিঃ ডিকৰ লগত ডেভিডৰ বন্ধুত্ব জমি উঠিল।

(১৮)

বুঢ়ীমাকৰ চিঠি পাই এদিন মিঃ মাৰ্ডষ্টোন আৰু তেওঁৰ ভনীয়েক আহি কাষত হাজিৰ হ'লহি। তেওঁলোকক দেখায়েই ডেভিডৰ বুকু কঁপি উঠিল, সি ক'লে— মই আন কাৰোলৈ যাওঁ বুঢ়ীআই।

—নহয়, তুমি ইয়াতে বহা।... আৰু জেনেট, তুমি মিঃ ডিকক তললৈ নামি আহিবলৈ কোৱা।

ডিক্ আহিলত কথাবতৰা আৰম্ভ হ'ল।

মিঃ মাৰ্ডষ্টোনে ক'লে— এই হতচ্ছিৰি তোৱালটোৱে মোৰ ঘৰত বহুতো অশান্তিৰ সৃষ্টি কৰিছে। তাৰ মাক বাঁচি থাকোঁতেই তাৰ উপদ্ৰৱত অস্থিৰ হৈ পৰিছিল। কাৰো কথা নুশুনে, ভয়ানক বদৰাগী, মনা কৰিলেও কথা নুশুনে। মই আৰু মোৰ ভনীজনীয়ে তাক ভাল কৰাৰ কাৰণে ঢেৰ চেষ্টা কৰিছোঁ, কিন্তু কোনো ফল হোৱা নাই। শেষত মোৰ এক বন্ধুৰ কাৰখানাত তাক কাম শিকিবলৈ পঠালোঁ, তাৰ পৰাও সি পলাই আহিছে।

মিচ্ মাৰ্ডষ্টোনে ক'লে—এনেকুৱা বেইজ্জত ল'ৰা পৃথিৱীত আৰু দুটা নেপায়।

বুঢ়ীমাকে ক'লে—আপোনাৰ নিজৰ লৰা হোৱা হ'লে তাক এইদৰে দহবছৰ বয়সতে মদৰ কাৰখানাত কাম কৰিবলৈ পঠিয়ালেহেঁতেন নে ?

—মোৰ লৰা এই বয়সত ইমান দুইজাত নহ'লহেঁতেন — মাৰ্ডষ্টোনে ক'লে—যাওক সেইবোৰ কথা, মই এতিয়া তাক লৈ যাবলৈ আহিছোঁ। তাৰ কাৰণে যি ব্যৱস্থা কৰা দৰকাৰ তাক মই কৰিম তাত আপোনাৰ হকাবধা কৰিবৰ কোনো অধিকাৰ নাই। তেতে আপুনি যদি জোৰ কৰি বাধা দিয়ে মই সেইটো সহ্য নকৰোঁ। মোৰ লগত যি ব্যৱহাৰ কৰিলে, তেনে হলে মোৰ ঘৰত আৰু সি সোমাব নোৱাৰে, মোৰ ঘৰৰ দুৱাৰ তাৰ কাৰণে চিৰদিনলৈ বন্ধ হ'ল।

মিচ মাৰ্ডষ্টোনলৈ চাই বুঢ়ীমাকে কলে—মাড'ম্ আপোনাৰ কিবা কবৰ আছেনে ?

মিচ্ মাৰ্ডষ্টোনে ক'লে—নাই।

বুঢ়ীমাকে ক'লে বাৰু এইবাৰ লৰাটোৱে কি কয় শুনো . ... ডেভিড, তুমি এওঁলোকৰ লগত উভতি যাবানে ?

ডেভিডে কান্দি পেলালে,—ক'লে—নহয় মই এওঁলোকৰ লগত কোনোমতেই যাব নোৱাৰোঁ—সিহঁতে মোৰ আইক মাৰি পেলাইছে, মোকো মাৰি পেলাব, আপুনি মোক ৰাখি থৈ দিয়ক।

বুঢ়ীমাকে ক'লে মিঃ ডিক্, তুমি কি কোৱা ? এই ল'ৰা'টোক লৈ এতিয়া কি কৰোঁ ? অলপ সময় ভাবি ডিকে ক'লে—এটা দৰজী মাতি তাৰ গাৰ কে'জোৰমান কাপোৰকানি কৰিবলৈ দিয়ক।

—ঠিক কৈছা' ডিক – বুলি বুঢ়ীমাকে মাৰ্ডষ্টোনৰ পিনে চালে —আপোনালোকে ইচ্ছা কৰিলে এতিয়া যাব পাৰে, আপোনালোকে যি ক'লে তাৰ এটা কথাও মই বিশ্বাস নকৰোঁ। তাৰ মাকক যে আপোনালোকে কি ভাৱে মাৰিছে, তাক মই শুনিছো—এই পিযাহকটীয়া লৰাটোৰ লগত আপোনালোকে কি ৰকম ব্যৱহাৰ কৰিছে, তাকো মই শুনিছোঁ, এতিয়া ভালে ভালে ইয়াৰ পৰা আঁতৰ হ'ক। নমস্কাৰ মহাশয়, নমস্কাৰ মিচ্।

মাৰ্ডষ্টোন আৰু তেওঁৰ ভনীয়েক আৰু এটা কথাও কবলৈ সাহ নকৰিলে। তেওঁলোকে ঘৰৰ পৰা বাহিৰ হৈ গ'ল। ডেভিডে আৰামৰ উশাহ ললে।

বুঢ়ীমাকে ক'লে —ডিক্, আজিৰ পৰা তুমি আৰু মই ইযাৰ অভিভাবক হ'লো। ডিকে ক'লে – মোৰ সৌভাগ্য।

—তাৰ নামৰ লগত আজিৰ পৰা মোৰ পদবী ট্ৰটউড লগাই দিলে কেনে হয় ? —নিশ্চয়, নিশ্চয়, বেচ হব, ট্ৰটউড্ কোপাৰফিল্ড।

সেইদিনৰ পৰা নতুন নামে ডেভিডৰ নতুন জীৱন আৰম্ভ হ'ল।

(১৬)

এদিন বুঢ়ীমাকে ক'লে—টুটু, তোমাক এইবাৰ ইস্কুলত ভৰ্ত্তি কৰি দিম।

—কেতিয়া আই? কেতিয়া?

—বেচ, ব'লা কাইলৈকে ভৰ্ত্তি কৰি দিওঁ।

—মই যাওঁ।

পিছদিনা বাহিৰুৱা ড্ৰেছটো লৈ বুঢ়ীমাকে বাহিৰ হৈ পৰিল।

প্ৰকাণ্ড এক অট্টালিকাৰ আগত আহি গাড়ীখন ৰ'লহি। পোন্ধৰ বছৰমান বয়সৰ এটা কলাকাৰ লৰা ওলাই আহিল, বুঢ়ীমাকে সুধিলে,—ইউৰিথ হিপ., মিষ্টাৰ উইক্ফিল্ড ঘৰত আছেনে?

—ভিতৰলৈ আহক।

—মিঃ উইক্ফিল্ড ভিতৰত আছিল, তেওঁ এজন নামকৰা এটৰ্ণী। বুঢ়ীমাকক প্ৰাৰ্থনা জনাই তেওঁ ক'লে—মামলা মোকৰ্দ্দমা কিবা আছেনে কি?

—নাই, মোৰ নাতিয়েকটোক লগত লৈ আহিছোঁ, ইস্কুলত ভৰ্ত্তি কৰি দিম। এটা ভাল ইস্কুল লাগে, যত ভালকৈ পঢ়াশুনা শিকাব, ভদ্ৰ ব্যৱহাৰ কৰিব। আপুনিয়েই সেই ব্যৱস্থা কৰক।

—ভাল ইস্কুল এটা এতিয়াই ভৰ্ত্তি কৰি দিব পাৰি, কিন্তু থাকিবৰ কাৰণে ভাল ঠাই তো এতিয়া ক'তো পোৱা নেযাব, কিছুদিন ৰ'ব লাগিব। সিমানদিন নহয় মোৰ তাতেই থাকক। মোৰ ঘৰত কেইটাও কোঠালী খালি আছে, পঢ়াশুনাৰ কোনো অসুবিধা নহয়।

বুঢ়ীমাক তেতিয়াই ৰাজী হ'ল।

—আহক তেন্তে মোৰ ঘৰৰ অকণমান গৃহিণীটিক এবাৰ চাই যাওক বুলি উইক্‌ফিল্ড দেউতাকক ঘৰৰ ভিতৰলৈ মাতি নিলে। ছবি দি ওপৰলৈ উঠি তেওঁ এখন দুৱাৰত টোকিয়াবলৈ ধৰিলে।

ডেভিডৰ সমবয়সী এজনী ছোৱালী বাহিৰ হৈ আহিল, উইক্‌ফিল্ডে ক'লে এইজনী মোৰ ছোৱালী এগনিছ, এই গৃহস্থীৰ অকণমানি গৃহিণী। আজিৰ পৰা ডেভিডৰ ভাৰ লব।

তেতিয়াই ডেভিডৰ থাকিবৰ কোঠা ঠিক হৈ গ'ল। বুঢ়ীমাকে থুচি হৈ ঘৰলৈ উভটি গ'ল।

পিছদিনা ৰাতিপুৱা মিঃ উইক্‌ফিল্ডে ডেভিডক লৈ গৈ ইস্কুলত ভৰ্ত্তি কৰি দিলে। শিক্ষক ডাক্তৰ ষ্ট্ৰংৰ লগত কথাবতৰা হ'ল। তেওঁ ডেভিডক পৰীক্ষা কৰিলে। বেচেৰাই যি অলপ শিকিছিল মদৰ বতল ধোওঁতে ধোওঁতে সকলো পাহৰি গ'ল। আটাইতকৈ তল ক্লাচত তাক ভৰ্ত্তি কৰা হ'ল।

মাত্ৰ পাঁচিচটা ছাত্ৰ লৈ ইস্কুল।

ডাঃ ষ্ট্ৰং বৰ ভাল মানুহ।

ডেভিডে ভাল কৰি পঢ়াশুনা কৰি ভাল ছাত্ৰ হবৰ কাৰণ ব্যস্ত হৈ পৰিল। এগনিচ মিঃ উইকফিল্ডৰ একমাত্ৰ ছোৱালী। মাক নাই। তাইয়েই ঘৰখনৰ সকলো। বয়স ডেভিডতকৈ বেচি নহব। তাই ঘৰ° পঢ়াশুনা কৰে। ডেভিডৰ কিতাপবোৰ তাই চায়, কেনেকৈ পঢ়া শিকিব লাগিব তাক দেখুৱাই দিয়ে। ছোৱালীজনীক ডেভিডৰ খুব ভাল লাগে পিয়ানো বজাই এগনিচেও ভাল গান গাব পাৰে। ৰাতি খোৱা বোৱাৰ পাচত বাপেকক তাই গান শুনায় ডেভিডও ওচৰতে বহি থাকে। মিঃ উইকফিল্ডে বহি কথা পাতি থাকে—কেতিয়াবা কয়—ট্ৰটউড, তুমি মোৰ ইয়াতে থাকা, তোমাক মোৰ ভাল লাগিছে, মই সুখী হম।

সেই ঘৰতে আৰু এজন মানুহ আছিল, ইউৰিয়া হিপ। হিপ মিঃ উইকফিল্ডৰ চাকৰ, এটৰ্নীগিৰি পঢ়ে। গভীৰ ৰাতি-লৈকে ইউৰিয়াই মোটা আইনৰ কিতাপ পঢ়ে। এদিন ডেভিডে সুধিলে- আপুনি হব পাৰে খুব ডাঙৰ উকিল হব, সেই দেখি দিন ৰাতি ইমান কিতাপ পঢ়ে।

—মই নগণ্য মানুহ, মাষ্টাৰ কপাৰ ফিল্ড! ইউৰিয়াই কলে – আমি তৃতীয় মানুহ, আই আৰু মই সামান্য পজাত থাকোঁ।

মিঃ উইকৃফিল্ড মোৰ বহুতো উপকাৰ কৰিছে, তেওঁৰ ওচৰত মই কৃতজ্ঞ।

—আপুনি ইয়াত কিমান দিন আছে?

—চাৰি বছৰ দেউতা ঢুকুৱাৰ পাছত মই ইয়াতে আছিছোঁ। মিঃ উইকৃফিল্ড দয়া নকৰা হ'লে আজি আমাৰ কি হ'লহেতেন কব নোৱাৰোঁ।

—ইয়াৰ শিক্ষা শেষ কৰি আপুনিতো ওকালতি আৰম্ভ কৰিব তেতিয়া আপুনি মিঃ উইকৃফিল্ডৰ ব্যৱসায়ৰ অংশীদাৰ হ'বতে? কোম্পানীৰ নাম হব "উইকৃফিল্ড এণ্ড হিপ"।

—নহয়, মাষ্টাৰ কপাৰফিল্ড সেইটো নহয়, মই অতি সামান্য মানুহ, ইমান আশা মোৰ নাই। বাক, তুমি ইয়াত কিমান দিন থাকিবা মাষ্টাৰ কপাৰফিল্ড?

—যিমান দিন ইস্কুলৰ পঢ়া শেষ নহয়।

—বাক পিছত দেখা যাব—বুলি ইউৰিয়াই হাঁহিলে।

—মানুহটোক ডেভিডে ঠিক বুজিব নোৱাৰিলে। ইউৰিয়াক কি ভাল পাব নে ঘিণ কৰিব তাকো ভাবি নেপায়।

এদিন আবেলি ইউৰিয়াই ডেভিডক নিমন্ত্ৰণ কৰিলে—ব'লা আমাৰ ঘৰলৈ—মাই তোমাক চাব খুজিছে। ইউৰিয়াৰ ঘৰ তাৰ পৰা খুব দূৰত নহয়। আগৰ দিনীয়া পুৰণি ঘৰ। ভিতৰলৈ সোমাওতেই ইউৰিয়াৰ মাকে তাহাঁতক অভ্যৰ্থনা কৰি ক'লে—

আহা বোপাই আহা, এই তুথীয়া মানুহৰ ঘৰত যে তোমালোকৰ নিচিনা সজ্জনৰ ভৰিৰ ধূলি পাৰা, ই মোৰ পৰম সৌভাগ্য। তাৰ পাছত আৰম্ভ হ'ল নানা কথা। কথাবতৰাৰ মাজেদি ইউৰিয়াহঁতে ডেভিডৰ মাক বাপেকৰ কথা সকলো জানি ল'লে। ডেভিডৰ ইচ্ছা নাছিল যে কিবা কয়। ক্ৰমেই সি আলকাল পাবলৈ ধৰিলে। কি বুলি তাৰ পৰা বাহিৰ হব ভাবিছে, এনেতে হঠাৎ—

—আৰে ডেভিড কপাৰফিল্ড নেকি? তুমি ইয়াত? ডেভিডে দেখিলে মিঃ মিকবাৰ তুৱৰৰ আগত থিয় হৈ আছে

—কেনে আছা? সেই মদৰ কাৰখানাত এতিয়াও কাম কৰিছানো? পিছে মিঃ মিকবাৰে পুৰণি কথা উলিয়াব সেই ভয়তে ডেভিডে সেই কথা চেপা দিবৰ কাৰণে আন কথা উলিয়াই ক'লে—এই এতিয়া ডাঃ ষ্ট্ৰংৰ ইস্কুলত পঢ়াশুনা কৰি আছোঁ।

—আকৌ পঢ়াশুনা কৰিছা বুলি শুনি খুব সুখী হ'লো ডেভিডে মিকবাৰৰ লগত ইউৰিয়াহঁতৰ পৰিচয় কৰি দিলে। তাৰ পাছত ক'লে—ব'লক আপোনাৰ স্ত্ৰীৰ লগত দেখা কৰি আহোঁ, বহুদিন দেখা হোৱা নাই।

ওচৰতে এটা চৰাইখানা। তাৰে এটা সৰু কোঠালিত এখন চোকাৰ ওপৰত বহি আছিল মিচেচ মিকবাৰ। ডেভিডক দেখি তেওঁ অবাক হৈ গ'ল, খুচিও হ'ল তেওঁ।

ডেভিডে ক'লে—মই ভাবিছিলো, আপোনালোক প্লাইমাউথত আছে। প্লাইমাউথলৈকে আমি গৈছিলোঁ—মিচেচ মিকবাবে ক'লে—কিন্তু তাত মিঃ মিকবাবৰ চাকৰী নহ'ল। তাৰ অফিচত মিঃ মিকবাবৰ নিচিনা বুদ্ধিমান মানুহৰ দৰকাৰ নাই। তাত আমাৰ যিবোৰ আত্মীয় আছে তেওঁলোকে প্ৰথম ভৰসা দিছিল, কিন্তু আমাৰ কাৰণে একো নকৰিলে। এক সপ্তাহৰ পিছতে আমি আকৌ লণ্ডনলৈ ফিৰি আহিবলৈ বাধ্য হ'লো। তাৰ পাছত কোনোবাই কোনোবাই ক'লে, মিড্‌ওয়েত কয়লাৰ কাৰবাৰত কিবা সুবিধা হব পাৰে, সেই কাৰণে তয়ৰ অৱস্থা এবাৰ চাবলৈ আহিলে। ইয়ালৈ আহি দেখিছো কাৰবাৰ কৰিবলৈ চালে কিমান টকাৰ দৰকাৰ, মোৰ স্বামীৰ সমান টকা নাই। ইপিনে হ'ওতো আৰু টকা পইচা নাই। লণ্ডনৰ পৰা কিছু টকা অহাৰ কথা আছে, সেইটো নহালৈকে হোটেলৰ দেনা পৰিশোধ কৰি যাবো নোৱাৰা হৈছোঁ।

সকলো শুনি ডেভিডে বৰ দুখ পালে, জেপত টকা থকা হ'লে সি মিচেচ মিকবাবৰ হাতত নিশ্চয় দি আহিলেহেঁতেন।

সন্ধিয়াপৰত ডেভিডে খিৰিকিয়েদি বাহিৰলৈ চাই আছিল। হঠাৎ তাৰ চকুত পৰিল মিকবাবে আৰু ইউৰিয়া হিপে হাতত ধৰাধৰি কৰি ৰাস্তাইদি গৈ আছে। ইউৰিয়াৰ মুখত এটা বিনীত ভাব আৰু মিকবাৰ বেশ উৎফুল্ল। ডেভিড আচৰিত হ'ল আৰু চিন্তিত হ'ল।

পিছদিনা সন্ধিয়া মিকবাৰৰ হোটেলত ডেভিডৰ নিমন্ত্ৰণ আছিল। আহাৰৰ আয়োজন হৈছিল প্ৰচুৰ। ক'ৰ পৰা মিকবাৰে ইমান আয়োজন কৰিলে ডেভিডে তাক ভাবি নেপালে। পৰম প্ৰসন্নমনে মিকবাৰে ডেভিডক ভূৰি ভোজন কৰাই এৰি দিলে।

পিছদিনা ৰাতিপুৱা সাতটা বজাতেই ডেভিডে এখন চিঠি পালে। মিঃ মিকবাৰে লেখিছে—

অকণমানি বন্ধু ডেভিড, লণ্ডনৰ পৰা টকা পোৱাৰ আশা মোৰ আৰু নাই। সেই বুলি যে মই দুখত একেবাৰে গা এৰি দিম তেনে মানুহো মই নহওঁ। সেই দেখি তোমাক পাই এটা সন্ধ্যা আমোদ কৰিলোঁ। চৰাইখানাৰ মালিকক এখন হেণ্ডনোট লেখি দি আজিয়েই ইয়াৰ পৰা বিদায় লম। চৈধ্য দিনৰ ভিতৰত টকা দিব নোৱাৰিলে, সি নালিচ কৰিব ফলত হয়তো আকৌ জেললৈ যাব লাগিব।...যাওক, সেইবোৰ কথা আৰু নাভাবো। মোৰ অৱস্থা দেখি তুমি জীৱনত ঠিক পথত চলিবলৈ শিকিবা বুলি এই চিঠি লিখিলোঁ, ইতি—

তোমাৰ নিঃস্ব বন্ধু—

—উইল্‌কিন্স মিকবাৰ।

চিঠি পঢ়ি ডেভিড অভিভূত হৈ পৰিল।

(১৭)

ছাত্ৰ জীৱনৰ কেইটামান বছৰ যে কোন পিনেদি পাৰ হৈ গ'ল, ডেভিডে বুজিবো নোৱাৰিলে। উইক্‌ফিল্ডৰ ঘৰত সি আনন্দত

আছিল, তাৰ পৰা 'বদীয় লবলৈ তাৰ কষ্ট হ'ল। তাৰ উপৰি এগানছক তাৰ ভাল লাগিছিল। দুজনে ইমান দিন একেলগে ভাই-ভনীৰ দৰে আছিল, সুখে দুখে এজনক বাদ দি ইজনৰ নচলিছিল। এনেকুৱা বান্ধবীটিক এৰি আহিবলৈ সহজে মন নেযায়, তথাপি তাৰ পৰা ডেভিডৰ বিদায় লবলগীয়া হ'ল।

বুঢীমাকে ক'লে—এইবাৰ তোমাৰ এনে এটা বিদ্যা শিকিব লাগিব যাৰে তুমি গোটেই জীৱনটো উপাৰ্জ্জন কৰি খাব পাৰা, কিন্তু কোন অৰ্থকৰী বিদ্যাটো তোমাক মই শিকাবলৈ দিম তাক এতিয়াও একো ঠিক কৰিব পৰা নাই। হঠাৎ বেগাবেগিকৈ মই একো কৰিবো নাখোজো। বেগ দি গৈ যাতে এটা ভুল ৰাস্তা তোমাক ধৰাই দিওঁ, তেনেহলে গোটেই জীৱনটো তুমি কষ্ট পাবা। মই কেইদিনমান ভাবি চাওঁ। তুমি সেই কেইদিন দেশ-বিদেশত অলপ ঘূৰি আঁহাগৈ. তেনেহ'লে দুনিয়া সম্পৰ্কে তোমাৰো অলপ চকু মেল খাব।

বুঢীমাকে টকা দিলে, বিছনাপত্ৰ বান্ধি লৈ ডেভিড ওলাই পৰিল।

আবেলি বেলিকা পিগোটিৰ দুৱাৰমুখত আহি ডেভিডে দুৱাৰত টুকিয়াবলৈ ধৰিলে। পিগোটিয়ে দুৱাৰ খুলি দিলে, ডেভিডক ভাই একেবাৰেই চিনিব নোৱাৰিলে, ক'লে—কি লাগে আপোনাক?

ডেভিডে ক'লে—মিঃ বাৰ্কিচ ঘৰত আছেনে?

বাৰ্কিচ এতিয়া পিগোটীৰ স্বামী।

পিগোটিয়ে ক'লে—হয়, আছে, কিন্তু তেওঁৰ অসুখ, বিছনাত পৰি আছে।

—ব্লানডাৰষ্টোনলৈ তেওঁ এতিয়াও অহা-যোৱা কৰে নে?

—ভালে থাকিলে যায় [illegible]।

—আচ্ছা আপুনি সম্প্ৰতি [illegible] মই তাৰ এঘৰ মানুহৰ খবৰ জানিব খোজোঁ। ঘৰটোৰ নামনেন? এৰা এৰা মনত পৰিছে, "নীড়"।

পিগোটিয়ে চঁক খাই উঠিল আৰু এখোজ পিছুলৈ গ'ল। ডেভিডে এইবাৰ ক'লে—পিগোটি তুমি মোক চিনিবই নোৱাৰিলা?

—ডেভি!

পিগোটিয়ে ডেভিডক সাবটি মাৰি ধৰি জৰ জৰ কৈ কান্দি পেলালে। সাত বছৰ দুজনৰ দেখা সাক্ষাত নাই, খালি চিঠি পত্ৰই ইমানদিন দুয়োৰে মাজতে লেখা-লেখি চলিছিল। সেই কাৰণে পিগোটিয়ে ডেভিডক হঠাৎ চিনিব পৰা না হল।

পিগোটিয়ে ডেভিডক বাৰ্কিচৰ কোঠালৈ লৈ গ'ল। বাৰ্কিচ বাতৰ বিষত বিছনাত পৰি আছিল। ডেভিড লৈ তেওঁৰ ওচৰত বহিলগৈ।

বার্কিচে তো হেজায় খুচি, হাঁহি হাঁহি ক'লে—ঘৰত আমি কি নাম লেখাইছিলো মনত আছেতো ?

—মনত আকৌ নাই, সেইকথা লৈ আমি কিমান আলোচনা কৰিছিলোঁ।

—কিমান দিনৰ পৰা মই বাঁজ আছিলোঁ মনত আছেতো ?

—বহুত দিনৰ পৰাইতো।

—তাৰ কাৰণে মোৰ মনত কোনো দুঃখ নাই। পিগোটিৰ নিচিনা ভাল ছোৱালী মই আৰু দেখা নাই। কি বুলিয়ে তেওঁক প্ৰশংসা কৰিম বিচাৰি নেপাওঁ।

বার্কিচে পিগোটিৰ হাতত এটা চিনি দি ক'লে—আজি ডেভিড আহিছে, এটা ভাল ৰকমৰ ভোজৰ ব্যৱস্থা কৰা।

কেইঘণ্টামান পৰম আনন্দত কটাই প্ৰচুৰ আশীর্বাদ কৰি ৰাতি আঠটামান বজাত ডেভিড ঘৰৰ পৰা ওলাই পাৰল। সাগৰৰ কাষত ফুৰোঁতে ফুৰোঁতে আহি পালেহি মিঃ পিগোটিৰ নাওঘৰ। ভিতৰত সোমাইয়েই দেখে ঘৰৰ আবহাওয়া আনন্দৰ উত্তেজনাত গৰম হৈ উঠিছে। মিঃ পিগোটিয়ে খুব হাঁহিছে আৰু তেওঁৰ আগত হেম আৰু এমিলি ঠিয় হৈ আছে। ডেভিডক দেখি-য়েই হেমে চিঞৰি উঠিল—মাষ্টাৰ ডেভি; মাষ্টাৰ ডেভি আহিছে।

মিঃ পিগোটিয়ে ডেভিডক সাদৰ অভ্যৰ্থনা জনাই ক'লে

আচৰিত ব্যাপাৰ। ঠিক আজিয়েই আপুনি আহি পৰিল? আজি বৰ আনন্দৰ দিন—এমিলিৰ লগত হেনৰ বিয়াৰ ঠিক হ'ল।

এমিলিয়ে লাজ পাই ওচৰৰ কোঠালিটোলৈ পলাই গ'ল। হাঁহি আৰু গল্পত আৰু দুঘণ্টামান কাটি গ'ল। বিস্কুট আৰু চাহ খাই ডেভিডে সিহঁতৰ ওচৰৰ পৰা বিদায় ল'লে। পিগেটিৰ ঘৰত ডেভিডে ১ দিনমান কটা'লে। কোনোদিনবা সাগৰৰ বালি কষৰিত বহি ঢৌৰ গৰ্জন শুনে, কোনোদিনবা ব্লানডাৰষ্টোনলৈ গৈ মাক-দেউতাকৰ সমাধিক্ষেত্ৰৰ ওচৰত চিন্তাচ্ছন্ন মনে বহি থাকে। গাৱঁত আৰু চিনা মানুহ চকুত নপৰে। তথাপিও বাল্যকালৰ পৰিচিত জন্মস্থানত ডেভিডৰ ঘূৰি ফুৰিবলৈ ভাল লাগে।

বুঢ়ীমাকৰ পৰা চিঠি আহিল—ডেভিডৰ কাৰণে লণ্ডনৰ এটা হোটেলত তেওঁ বৈ আছে।

ডেভিড লণ্ডনলৈ উভটি অহাত বুঢ়ীমাকে ক'লে—তোমাক মই প্ৰোক্টৰৰ কাম শিকাবলৈ দিম বুলি ঠিক কৰিছোঁ, তুমি কি কোৱা? প্ৰোক্টৰৰ কাম প্ৰায় এটৰ্নিসকলৰ নিচিনা আইন ব্যৱসায়।

ডেভিডে ক'লে—আপুনি যি ঠিক কৰি দিব মই তাকে কৰিম। কিন্তু তাতে বহুত টকা খৰচ লাগিব?

সেইটোতো লাগিবই। হাজাৰ পাউণ্ড খৰচ হ'ব।

—আপুনি মোক ইমান টকা খৰচ কৰি লেখাপঢ়া শিকালে, আকৌ ইমান টকা খৰচ কৰিব? ইমান টকা খৰচ কৰিবৰ ক্ষমতা আপোনাৰ আছেনে নাই ক'ব নোৱাৰোঁ। তাৰ উপৰিও মোৰ কাৰণে আপোনাৰ ইমান টকা খৰচ কৰা উচিত হবনে নাই ভাবি চাব। মই নহলে আন কিবা কাম ধৰি খৰচ কম হব—

বুঢ়ামাকে ক'লে—মোৰ নিজৰ লৰা ছোৱালী নাই, তুমিয়েই মোৰ লৰাৰ নিচিনা। তোমাক ঠিকমতে মানুহ কৰি তোলাই মোৰ জীৱনৰ লক্ষ্য। তুমি যিদিনা ফটাকানি পিন্ধি ধূলি-মাটি ভিখ মাগিবলৈ মোৰ আগত থিয় হৈছিলাহি, সেইদিনা খালি মোৰ তোমাৰ দেউতাৰাৰ কথা মনত পৰিছিল। তোমাৰ দেউতাৰাৰ আত্মীয় নাই হব পৰিছিল হেতেন তেনেহলে হয়তো এনেদৰে তোমাৰ মাৰাৰ মৃত্যু নহ'লহেতেন। সেই কথা ভাবিয়েই সেইদিনা মই তোমাক কোলাত তুলি লৈছিলোঁ। মোৰ সেই আশা আজি সফল হৈছে। এতিয়া মোৰ যি আছে সকলোতো তোমাৰেই। খালি মই আৰু যি কেইটা দিন বাঁচি থাকোঁ তুমি মোৰ অত্যাচাৰবোৰ সহ্য কৰি চলিবা, তেনেহ'লেই মই খুচি হ'ম, খালি মনত ৰাখিবা তোমাৰ বুঢ়ামাৰাই তোমাৰ নিচিনাই গোটেই জীৱনটো খালি দুঃখ পাই আহিছে……থাক্ টকা পইচাৰ কাৰণে তুমি ভাবিব নেলাগে। কালিলৈ ৰাতিপুৱা আমি এটৰ্ণিৰ ঘৰলৈ যাম।

পিছদিনা বুঢ়ীমাকে স্পেনলো আৰু জ'ৰ্কিনৰ আফিচত ডেভিডক ভৰ্ত্তি কৰি দি আহিল। তাত আইন শিকাৰ কাৰণে হাজাৰ পাউণ্ড জমা দিব লগাত পৰিল।

তাৰ পাছত বুঢ়ীমাকে নদীৰ কাষত এটা ভূমহলীয়া ঘৰ ভাৰা কৰিলে ডেভিড থাকিবৰ কাৰণে। ঘৰৰ মালিক মিচেচ ক্ৰিপক বিশেষকৈ কৈ দিলে, তেওঁ যেন ডেভিডৰ যত্ন কৰে নিজৰ লৰাৰ দৰে।

সকলো বন্দোবস্ত ঠিক কৰি পিচদিনা ডোভাৰ গামী ট্ৰেনত বুঢ়ীমাক ঘৰলৈ উভটি গ'ল।

(১৮)

এদিন ৰাতিপুৱা ডেভিডে এগনিচৰ এখন চিঠি পালে—সেই দিনাই এবাৰ দেখা কৰিবৰ কাৰণে বিশেষকৈ লেখা।

আবেলি সি এগনিচৰ ঘৰলৈ গ'ল।

বহুত দিনৰ মূৰত এগনিচৰ লগত দেখা, দুয়োৰে ভিতৰত বহুত কথাই হ'ল।

এগনিচে সুধিলে—ইউৰিয়া হিপৰ লগত তোমাৰ দেখা হৈছেনে?

—নাই হোৱা, সি জানো এতিয়া লণ্ডনত আছে।

—অঁঃ আছে, মই অহাৰ এসপ্তাহমান আগতে সি ইয়ালৈ আহিছে। তাৰ ভলাৰ্ব আফিচলৈ সি সদাই আহে। তেন্তে এইবাৰ তাৰ মতিগতি খুব ভাল যেন নেলাগে। মোৰ সন্দেহ হৈছে সি বোধহয় দেউতাৰ অফিচৰ অংশীদাৰ হবৰ চেষ্টা কৰিব লাগিছে।

—কী! ডেভিডৰ চকুদুটা জ্বলি উঠিল— তাৰ ইমান ডাঙৰ দুঃসাহস হৈছোন। তুমি তাক একো নকলানে?

মই কি ক'ম? ইউৰিয়া বৰ চতুৰ। সি সময় আৰু সুযোগ বুজি দেউতাক তাৰ নিজৰ মুঠিৰ ভিতৰত পাৰি পেলাইছে। দেউতাই এতিয়া তাক ভয় কৰে। এতিয়া তাক অংশীদাৰ কৰাৰ বাহিৰে আৰু উপায় নাই। দেউতাৰ বোজা এতিয়া বহুত পাতল হৈ যাব। তেওঁ শান্তি পাব, এই কথা ভাবি মই কোনো আপত্তি কৰা নাই। মোৰ কাৰণেইতো তেওঁৰ যত চিন্তা। ইয়াৰ উপৰিও আকৌ তেওঁক বিব্রত কৰোঁ কিয়?

শেষত এগনিচে চকু পানী টুকি টুকি কলে -মই খালি তোমাক এটা অনুৰোধ কৰিছোঁ, তিপৰ লগত তুমি বন্ধুভাব বজায় ৰাখিবা। দেউতাৰ কথা ভাবি মোৰ কথা মনত ৰাখিবা। তুমি তাক ক্ষমা কৰিবা।—

পিছদিনা এগনিচৰ ঘৰত ডেভিডৰ নিমন্ত্ৰণ আছিল। ইউৰিয়াও আছিল তাত।

খোৱা লোৱা শেষ কৰি দু'য়ো একেলগেই বাহিৰ হ'ল। ডেভিড ক'লে—ব'লনা মোৰ ঘৰত একাপ কফি খাই আহিবা।

—কিন্তু মোৰ নিচিনা এজন নগণ্য মানুহ কি আপোনাৰ লগত কফি খাবৰ যোগ্য?

—তাৰ কাৰণে কি? ব'লা ব'লা—

—নিশ্চয় নিশ্চয়। মই আনন্দেৰে যাম—

ঘৰ পাই ইউৰিয়াক বহুৱাই কফি তৈয়াৰী কৰিবলৈ আয়োজন কৰিলে।

ইউৰিয়াই ক'লে—সঁচাকৈয়ে মিঃ কপাৰফিল্ড, আপুনি মোৰ কাৰণে কফি তৈয়াৰী কৰিব এই কথা মই কল্পনা কৰিবই নোৱাৰিছিলোঁ। মোৰ অদৃষ্টৰ চকা বোধ হয় ঘূৰি গৈছে। কেইবছৰমান আগতে আপুনি মোক কৈছিল মনত আছেনে কি যে, এদিন মিঃ উইক্‌ফিল্ডৰ কাৰবাৰৰ নাম হব মেচার্চ উইকফিল্ড এণ্ড হিপ। সেই দিনাই আপুনি মোৰ মনত ডাঙৰ হবৰ ইচ্ছা জগাই দিয়ে। তেতিয়া সেইটো অসম্ভৱ যেন বোধ হৈছিল, কিন্তু সোণকালেই বোধহয় সেইটো সম্ভৱ হব। তেবে মই এজন নগণ্য মানুহ, মিঃ উইক্‌ফিল্ডৰ অংশীদাৰ হবৰ সমান যোগ্যতা মোৰ নাই।

একাপ কফি শেষ কৰি ইউৰিয়া আকৌ একাপ ল'লে। তাৰ পাছত কবলৈ আৰম্ভ কৰিলে—তেবে মোৰ এটা সান্ত্বনা কি জানা কপাৰফিল্ড মই নিতান্ত নগণ্য হৈয়ো মিঃ উইক্‌ফিল্ডৰ উপকাৰ

কৰিব পাৰিছোঁ, আৰু হেওঁক দুৰ্দিনৰ পৰা উদ্ধাৰ কৰিব পাৰিছোঁ। যাওঁক সেইবোৰ কথা, বস্তুত ৰাতি হ'ল, আপুনি বোধ হয় মোৰ ওপৰত খং কৰিছে

ডেভিড ক'লে নাই নাই। আমি আৰু দেৰীত গৈ পাওঁ যি কৰ খুজিছে কিওকনা?

ধন্যবাদ মাষ্টাৰ কপাৰফিল্ড মই আপোনাক বিশ্বাস কৰোঁ, আপুনি মোক এবাৰ কৈছিল যে মনত আছেনে? এগনিচৰ নিচিনা ছোৱালী নাই। কথাটো মই পাহৰা নাই। মই এগনিচক বিয়া কৰম বুলি ঠিক কৰিছোঁ আৰু এতিয়াৰ পৰা সেই কাৰণে মই সকলো ৰকমে প্ৰস্তুত হৈছোঁ। জানেতো মই অতি নগণ্য মানুহ, মোৰ আইৰো অতি নগণ্য ঘৰৰ জীয়ৰী।

খঙত ডেভিডৰ ভিতৰে ভিতৰে জ্বলি উঠিল. ইচ্ছা হৈছিল যেন এডাল তপত চিকেৰে মূৰটোৰ গাঁথি পেলাই জুইত দি চিক্ কাবাব তৈয়াৰ কৰে। কিন্তু এগনিচৰ কাৰণেই তাক কৰিব নোৱাৰিলে। এগনিচে তাক বন্ধু হৈ থাকিবলৈ অনুৰোধ কৰিছে। কোনো ৰকমে নিজক সংযত কৰি ডেভিডে শান্ত ভাবে সুধিলে—আপুনি এগনিচক বিয়াৰ কথা কৈছেনে?

—নাই নাই মিঃ কপাৰফিল্ড, আপোনাৰ বাহিৰে মই কাকো এই কথা কোৱা নাই। হীন অৱস্থাৰ পৰা মই অলপ উন্নতি কৰিছোঁ, তাইৰ বাপেকক মই নানা দুৰ্যোগৰ পৰা ৰক্ষা কৰি আহিছোঁ।

সেইকথা যেতিয়া তাই ভালকৈ জানিব, তেতিয়া পিতৃভক্ত ছোৱালীয়ে নিশ্চই মোৰ ওপৰত সদয় হব।

বদমাচটোৰ মনৰ কথা গাই়য়া ডেভিডৰ ওচৰত স্পষ্ট হৈ উঠিল। এই কথাকাৰ পাষণ্ডটো এগনিচৰ স্বামী হব ভাবিবলৈকো ডেভিডৰ কষ্ট হৈছিল।

ইপিনেদি কথা কওঁতে কওঁতে ৰাতি এটা বাজি গ'ল। ইমান ৰাতি হ'লে আৰু ঘৰলৈ উভটি য'ব নোৱাৰিলে। ডেভিডৰ ঘৰতে সেই ৰাতি তাৰ কটাব লগাত পৰিল।

পিছদিনা ৰাতিপুৱা সি গুচি যোৱাৰ পিছতহে ডেভিডৰ মনটো মুকলি হ'ল। তাৰ বোধ হ'ল যেন ৰাতিৰ এন্ধাৰ ইমান-পৰে তাৰ ঘৰৰ পৰা বিদায় লগে।

( ১৯ )

তাৰ পিচত স্পেনলো আৰু জাকিন্সত ডেভিডৰ শিক্ষাৰীতি আৰম্ভ হ'ল। দুই সপ্তাহমানৰ পিছত, মিঃ স্পেনলোৱে, এদিন ডেভিডক তেওঁৰ ঘৰলৈ নিমন্ত্ৰণ কৰিলে। নৰউডত বাগান থকা সুন্দৰ এটা ঘৰত তেওঁ থাকে। তেওঁৰ ঘৈণীয়েক বহুদিন হ'ল ঢুকাল। একমাত্ৰ কন্যা ডোৰাৰ বাহিৰে তেওঁৰ ঘৰত আৰু কোনো নাই। ডোৰাই পোৰচৰ এখন ইস্কুলৰ পৰা পঢ়াশুনা

শেষ কৰি সম্প্ৰতি উঠি আহিছে।

মিঃ স্পেনলোৱে ডেভিডক লগত ডোৰাৰ পৰিচয় কৰি দিলে। অপূৰ্ব সুন্দৰী ছোৱালী; যেন স্বৰ্গৰ কোনোবা অপ্সৰী। যেনেকুৱা সুন্দৰ তাইৰ ডিঙি তেনেকুৱা সোৰ দাঁত ইবু মাতু।

আৰু এগৰাকী মহিলা ইমানপৰ ডোৰাৰ ওচৰত থিয় হৈ আছিল। এইবাৰ তাই কথা ক'লে—মিঃ কোপাৰফিল্ডক মই আগেয়েও দেখিছোঁ।

মাত শুনি ডেভিড চক খাই উঠিল। সেইফালে চাই দেখে মিচ মার্ডষ্টোন। ক'লে—মিচ্ মার্ডষ্টোন, আপুনি ইয়াত? আপোনাৰ ভায়েক ভালে আছেনে?

—মিঃ মার্ডষ্টোন ভালে আছে। ধন্যবাদ।

মিঃ স্পেনলোৱে ক'লে—তোমালোকৰ আগৰে পৰা পৰিচয় আছে দেখিছোঁ।

মিচ্ মার্ডষ্টোনে ক'লে—হয়। আমাৰ ভিতৰত দূৰ সম্পৰ্কৰ এটা আত্মীয়তাও আছে। তেৱে বহুদিন দেখাশুনা নাই। নাম নুশুনা হ'লে চিনিব নোৱাৰিলোঁ হয়।

মিচ্ মার্ডষ্টোনে ডোৰাৰ সঙ্গিনী হিচাবে কাম কৰে। ডেভিডক একাষৰীয়াকৈ মাতি নি ক'লে—ডেভিড, ইয়াত আমাৰ

পাৰিবাৰিক কথা নোতোলাই ভাল। অতীতৰ কথা আমি পাহৰি যাব লাগিব।

ডেভিডে ক'লে— আপুনি আৰু আপোনাৰ ভায়েকে মোৰ লগত যি ব্যৱহাৰ কৰিছিল, মই তাক কেতিয়াও নেপাহৰোঁ। মোৰ আইৰ লগতো আপোনালোকে ভাল ব্যৱহাৰ কৰা নাই। আৰু সেইবোৰ কথা ইয়াতে আলোচনা কৰিলে আপোনাৰ চাকৰীটো যাব। সেই কাৰণে সেইবোৰ কথা মই ইয়াতে তুলিবলৈ।

ইকথা সকথাৰ পিছত ডেভিডে ক'লে—মিচ্ মাৰ্ডষ্টোনক মই ডুক চকুৰে দেখা নেপাওঁ। ডেভিডে ক'লে যে সেই বুঢ়ী মানুহজনীক মোৰ সঙ্গিনী কৰি ৰাখিছে মই বুজিব নোৱাৰোঁ। মুখখন সদায় এন্ধাৰ হৈ থাকে, যেন পোৱা টকাটোহে।

সেইদিনা সিহঁতৰ ঘৰৰ পৰা অহাৰ পাছতো ডোৰাৰ কথাৰে ডেভিডৰ মনটো ভৰি থাকিল। সময়ে অসময়ে ডোৰাৰ মুখখনি তাৰ চকুৰ আগত ভাঁহি উঠিবলৈ ধৰিলে।

ডেভিডে এদিন পিগোটিৰ পৰা এখন চিঠি পালে—মিঃ বাকিচৰ বৰ অসুখ। তোমাক এবাৰ চাবলৈ বিচাৰিছে।

সেইদিনাই অ'বেলি সি বাহিৰ হৈ পৰিল

হয়াৰ মাউথ গৈ পাওঁতে ৰাতি হ'ল।

মিঃ বাৰ্কিচৰ অৱস্থা সঁচাকৈয়ে বেছিয়া বৰ বেয়া। পিগোটিয়ে ক'লে কথা বন্ধ হোৱাৰ আগলৈকে খালি তোমাৰ নামকে কৈছে।

মিঃ বাৰ্কিচৰ কাণৰ ওচৰলৈ মুখ লৈ গৈ পিগোটিয়ে ক'লে বাৰ্কিচ, চোৱা কোন আহিছে। চোৱা মাষ্টৰ ডেভিড আহিছে। তাৰ লগত কথা নোকোৱানে? কোনো উত্তৰ নাই। ডেভিডৰ চকুৰ পানী ওলাল।

পিগোটিয়ে আকৌ এবাৰ তেওঁৰ কাণৰ ওচৰলৈ মুখ লৈ গৈ ক'লে—বাৰ্কিচ চোৱা—মাষ্টৰ ডেভিড আহিছে।

এইবাৰ যেন বাৰ্কিচে শুনিবলৈ পালে। চকুমেল চালে। ডেভিডক চিন পালে। সেওঁচক্ কৰাৰ কাৰণে হাতটো আগ-বঢ়াই দিবলৈ চেষ্টা কৰিলে। তাৰ পিছত হাঁহি কৈ উঠিল—বাৰ্কিচ এতিয়াও ৰাজী আছে।

তাৰ পাছত আকৌ অজ্ঞান হৈ পৰিল।

আৰু তেওঁৰ জ্ঞান উভতি নাহিল।

ব্লানডাৰষ্টোনৰ যি গীৰ্জাত ডেভিডৰ মাকৰ সমাধি হৈছিল, বাৰ্কিচৰ মৃতদেহৰো তাতেই সদগতি কৰা হ'ল।

বাৰ্কিচে এখন উইল কৰি গৈছিল। সেইখন পঢ়ি ডেভিড

অবাক হৈ গ'ল। বাৰ্কিচে তিনহাজাৰ পাউণ্ড জমাই থৈ গৈছে। সেই টকাখিনি তেওঁৰ অবৰ্ত্তমানে ডেভিড, এমলি আৰু পিগোটিৰ মাজত সমান ভাগে ভাগ হৈ যাব।

পিগোটিৰ লগত লৈ ডেভিড গুনলৈ উভতি আহিল।

( ২০ )

এদিন আবেলি অফিচৰ পৰা আহি ডেভিড অবাক হৈ গ'ল। বুঢ়ীমাক আৰু ডিকে তেওঁৰ ঘৰত বাহ চাহ খাই আছে। ঘৰৰ যিমানবোৰ বস্তু-বাহানি সকলো তেওঁ লগত লৈ আহিছে। মোৰ টকা পইছা যিমান আছিল এটা কাৰবাৰ গোলমালত সকলো ডুবিল, থাকিল ঘৰখন আছে, সেইখনকে ভাৰা দি এতিয়া চলাব লাগিব। তুমি মোক ইয়াতে ওচৰতে গুৰৰ এটা কোঠালী ঠিক কৰি দিয়া। তাতেই জীৱনৰ বাকী দিনকেইটা কটাই দিম।

বুঢ়ীমাকে খুব শান্ত ভাবে কথা ক'লেও ডেভিডৰ মনত ধুমুহা বৰলৈ ধৰিলে। এতিয়া কাৰ খৰচত লেখাপঢ়া চলাব সেইয়ে এটা প্ৰশ্ন হৈ উঠিল।

গোটেই ৰাতিটো ভাবি ঠিক কৰিলে—পঢ়াশুনা ইয়াতে শেষ কৰি যোগাৰৰ চেষ্টা কৰিব লাগিব। তেওঁ স্পেনলোৰ কামত ভৰ্ত্তি হওঁতে সি এহাজাৰ গিনি জমা দিছিল। কামটো শিকা

নহ'ল। যদি সেই হাজাৰ গিনিৰ অলপ এতিয়া ফিৰত পোৱা যায় তাৰে এটা ব্যৱস্থা কৰিব লাগিব।

পিছদিনা শোৱাৰ পৰা উঠিয়েই ডেভিড স্পেনলোৰ অফিচলৈ গ'ল। সকলো কথা শুনি স্পেনলোৱে ক'লে—শুনি বৰ দুখ পালোঁ কোপাৰফিল্ড, আমাৰ কামত টকা ফিৰত দিয়াৰ কোনো ৰীতিয়েই নাই। তাৰ উপৰিও কৰিবলৈ মোৰ নিজৰ অকলশৰীয়া নহয়, মিঃ জৰ্কিন্স আছে তেওঁ ইয়াত একেবাৰেই ৰাজী নহয়।

—মই যদি মিঃ জৰ্কিন্সক ৰাজী কৰাব পাৰোঁ?

—মই জানো তেওঁ ৰাজী নহয়।

আৰু কথা নচলে। উপায় আশা এৰি দি হতাশ মনেৰে ডেভিড ঘৰলৈ উভতি আহিল।

দুদিনৰ আগতে মুখামুখি থকা এই ঘটনাৰ কাৰণে ডেভিড মনে মনে হৈয়াৰ হৈ আছিল। এনে সময়তে এদিন খবৰ পালে গাড়ী আহি তাৰ দুৱাৰ মুখত থিয় হ'লহি। গাড়ীৰ পৰা নামিল এগনিচ। ডেভিডে তাইক ঘৰৰ ভিতৰলৈ লৈ গ'ল।

বুঢ়ীমাকে ইয়াৰ ভিতৰতে এগনিচলৈ চিঠি লিখিছিল, সেই চিঠি পাইয়েই এগনিচ আহিছে বুঢ়ীমাকৰ লগত দেখা কৰিবলৈ।

কথায় কথাব এগনিচে ক'লে—ইউৰিয়া হিপ দেউতাৰ কাৰবাৰৰ অংশীদাৰ হৈছে। তাৰ পাছৰ পৰা তেওঁৰ মাক পিতেক আমাৰ ঘৰত থাকে ঘৰৰ ব্যৱস্থা এতিয়া একেবাৰে বদলি গৈছে। ইস্কুলত পঢ়াৰ সময়ত যি ঘৰ দেভিড দেখিছিল, সেই ঘৰ আৰু নাই! সদায় সময় ইউৰিয়াই দেউতাৰ পিছে পিছে ঘূৰি ফুৰে। দেউতাৰ সকলো অন্তৰৰ মূল সিয়েই।

ডেভিডে ক'লে মোৰ যদি শক্তি থাকিলহেঁতেন মই তাক তাৰ পৰা দূৰ কৰি দিলোহেঁতেন।

তাৰ পাছত বুঢ়ীমাকে নিজৰ ভাগ্য বিপৰ্যয়ৰ কথা ক'লে, যিমানবিলাক কাৰবাৰত তেওঁৰ টকা খাটিছিল তাৰ প্ৰত্যেকটো দেউলীয়া হৈ গৈছে। এতিয়া ঘৰটোৰ ভাৰা কিটকাৰ বাহিৰে তাৰ কোনো সংস্থান নাই। বছৰত হয়তো সত্তৰ পাউণ্ড ভাৰা পোৱা যাব, কিন্তু তাৰে বুঢ়ীমাক, ডিক আৰু দেভিড তিনটা প্ৰাণীৰ চলিব কেনেকৈ।

ডেভিডে ক'লে- মই এটা কামকাজ যোগাৰ কৰি লওঁ।

এগনিচে ক'লে- তেনেহলে তুমি এটা কাম কৰা। ইস্কুলৰ সেই ষ্ট্ৰং চাহাবক তোমাৰ মনত আছেতো? তেওঁ এজন চেক্ৰেটাৰী বিছাৰিছে। পুৰণা ছাত্ৰ পালে তেওঁ খুচি হব। কালিলৈ আবেলি তেওঁৰ লগত এবাৰ দেখা কৰানা?

তেতিয়াই বহি ডেভিডে ডাঃ ষ্ট্ৰংলৈ এখন চিঠি লেখি দিলে যে তেওঁ কাইলৈ বাতিপুৱা দহটাৰ সময়ত তেওঁৰ লগত দেখা কৰিব।

ইয়াৰ ভিতৰতে মিঃ উইকফিল্ড আৰু ইউৰিয়া হিপ আহি পৰিল। মিঃ উইকফিল্ডক আৰু চিনব নোৱাৰি। চকু দুটা বঙা, গাটোও যেন কঁপিব লাগিছে। আৰু তেওঁৰ পিছৰ পৰা ইউৰিয়াই হাঁহিব লাগিছে চয়তানৰ হাঁহি।

কথায় কথায় উইকফিল্ডে ক'লে—ইউৰিয়া হিপ খুব কামৰ মানুহ। তেওঁক অংশীদাৰ পাই মোৰ বহুতো দুৰ্ভাৱনা দূৰ হৈছে।

ইউৰিয়াই গদগদ ভাবে কলে—তেওঁ মোক বিশ্বাস কৰে, মৰম কৰে, এইয়ে মোৰ আটাইতকৈ ডাঙৰ পুৰস্কাৰ, ইয়াৰ বাহিৰে মই একো নিবিচাৰোঁ। মিঃ উইকফিল্ডৰ দুশ্চিন্তা লাঘৱ কৰিবৰ কাৰণে মই সকলো সময়তে চেষ্টা কৰোঁ। সেই কাৰণেই তেওঁৰ শৰীৰটো আগতকৈ বহুত ভাল হৈছে। নহয়নে মিঃ কোপাৰফিল্ড ?

মুখৰ আগতে মানুহে এনে মিছা কথা কব পাৰে তাক ডেভিডে ভাবিবও পৰা নাছিল। ইউৰিয়াৰ মুখৰ পিনে চাই

তাৰ বোধ হ'ল, ইউৰিয়া এটা বৰ ঠেক্-শিয়ালৰ ধূৰ্ত্তামীৰ প্ৰতিমূৰ্ত্তি।

ডেভিডে পাছদিনা ডাঃ ষ্ট্ৰংৰ লগত দেখা কৰিলে। বছৰেকত ৭০ পাউণ্ড দৰমহাত তেওঁৰ চেক্ৰেটাৰী হিচাবে কাম আৰম্ভ কৰি দিলে।

চৰ্টহেণ্ড শিকিলে প্ৰচুৰ অৰ্থাগম হয় বুলি ডেভিডে শুনিছিল। এখন চৰ্টহেণ্ডৰ কিতাপ কিনি সি বৰ উদ্যমত অভ্যাস আৰম্ভ কৰি দিলে।

ইয়াৰ ভিতৰতে এদিন দুপৰীয়া স্পেনলোৰ আফিচলৈ যাওঁতেই তেওঁ ডেভিডক নিজৰ কমৰালৈ মাতি পঠিয়ালে। মিচ মাৰ্ডষ্টোনো তাতে আছিল। স্পেনলোৱে ক'লে—মিচ মাৰ্ডষ্টোন, চিঠিবোৰ তেওঁক দেখুওৱা চোন—

মিচ মাৰ্ডষ্টোনে তেওঁৰ হেণ্ডবেগৰ ভিতৰৰ পৰা এজাপ চিঠি বাহিৰ কৰিলে। স্পেনলোৱে ক'লে—এইবোৰ সব তোমাৰেইতো লেখা কোপাৰফিল্ড?

চিঠিবোৰ দেখি ডেভিডে ক'লে—এৰা, এইবোৰ মোৰেই চিঠি সঁচা।

মিচ মাৰ্ডষ্টোনে ক'লে—এই চিঠিবোৰ ডেভিডে ডোৰাক লেখিছিল, মই কৌশলেৰে এইবোৰ সংগ্ৰহ কৰিছোঁ।

—এই চিঠি'বাৰ লেখা তোমাৰ ঘৰ অন্যায় হৈছে মাষ্টাৰ কোপাৰ ফিল্ড—স্পেনলোৱে ক'লে।

—মই ডোৰাক বিয়া কৰাম বুলি ঠিক কৰিছোঁ।

—চুপ কৰা। মোৰ ছোৱালীৰ পদমৰ্য্যাদাৰ কথা তুমি ভাবি চাইছানে? কেনেকুৱা বংশত আৰু দৰাত তাইৰ বিয়া হোৱা উচিত তাক ভাবিছানে?

মোৰ সকলো টকাপইচা মোৰ ছোৱালীয়েহে পাব, তাক জানা?

—মই টকা পইচাৰ কাৰণে আপোনাৰ ছোৱালীক বিয়া কৰাব খোজা নাই।

—চুপ কৰা। মইয়ো তোমাক কই দিছোঁ, তোমাক বিয়া কৰালে মই ডোৰাক মোৰ সকলো সম্পত্তিৰ পৰা বঞ্চিত কৰিম। তেন্তে তুমি যদি তাইৰ শুভাকাঙ্ক্ষী হোৱা, তেনেহলে তাইৰ কথা পাহৰি যোৱা আৰু মই ইয়াৰ ভিতৰতে তাইক আকৌ পেৰিচলৈ পঠিয়াই দিও পঢ়াশুনা কৰিবলৈ। কি কৰা উচিত তুমি ভাবি চোৱাগৈ।

ডেভিড চিন্তা মুখে নিজৰ চকীত আহি বহিল। তাৰ পৰ পিছত মিঃ স্পেনলোকে এখন চিঠি লেখিলে:

"মোৰেই অন্যায় হৈছে। ডোৰাক এই কাৰণে আপুনি

দোষী নকৰিব। আপুনি মোক ক্ষমা কৰিব।"

পিছদিনা শনিবাৰ। ডেভিডে অফিচলৈ গৈয়েই শুনিলে মিঃ স্পেনলোৰ হঠাৎ মৃত্যু হৈছে। বাটত চহৰৰ পৰা ফটন চলাই আহোঁতে, ঘোঁৰাৰ লেগাম ছিঙি তেওঁ গাড়ীৰ পৰা পৰি যায়। সেইযে অজ্ঞান হ'ল আৰু জ্ঞান ঘূৰি নাহিল।

পিছত তেওঁৰ বিষয় সম্পত্তিৰ ব্যৱস্থা কৰিবলৈ গৈ দেখা গ'ল যে তেওঁ যি উপাৰ্জ্জন কৰিছিল, খৰচ কৰিছিল তাতকৈ বেছি, বহুতো টকা ধাৰ। দিনাৰ দখলত ঘৰৰ (বস্তুবাহান) নিলাম হৈ গ'ল। ঘৰটো বিক্ৰী হৈ গ'ল। শেষত ডোৰাৰ কাৰণে মাত্ৰ থাকিল এহাজাৰ পাউণ্ড।

এতিয়াতো আৰু ডোৰা ডেভিডৰ মানুহৰ ছাৱালী নহয়। সুখীয়া ডেভিডক বিয়া কৰিবলৈ আৰু তাইৰ কোনো বাধা নেথাকিল। ইয়াৰ ভিতৰতে ডেভিডৰ আয়ো বাঢ়িছে। চৰ্টহেণ্ডত পাৰ্লামেন্টৰ বক্তৃতা লেখি সি খবৰ কাগজলৈ কাৰণে পঠিয়াই দিয়ে। তাৰ উপৰিও সাময়িক পত্ৰিকাত সৰু সৰু প্ৰবন্ধ লেখিও কিছু কিছু টকা পায়।

এইখন বিয়াত আটাইতকৈ সুখী হ'ল ডেভিডৰ বুঢ়ীমাক।

( ২৯ )

তাৰ পিছত প্ৰায় ডেৰ বছৰমান কাটি গৈছে। হঠাৎ এদিন ডেভিডে এখন চিঠি পালে; মিঃ মিকবাৰে ডেভিডক নিমন্ত্ৰণ কৰিছে। তাৰ আত্মীয়বোৰকো লগত লৈ যাবলৈ লেখিছে। বিশেষ জৰুৰী কথা আছে।

মিকবাৰে এতিয়া উইকৰ্ফিল্ডৰ অফিচত চাকৰী কৰে। মিঃ হিপে তেওঁৰ ধাৰবোৰ মাৰি দি নিজৰ কামত নিয়োগ কৰিছে, চুক্তি কৰি লৈছে যে মিকবাৰে ইয়াত যি কাম কৰিব বাহিৰত তাক প্ৰকাশ কৰিব নোৱাৰে।

উইকৰ্ফিল্ডৰ ঘৰৰ অফিচ কমত মিকবাৰে কাম কৰি আছিল, তেওঁলোক যাওঁতেই সাদৰেৰে অভ্যৰ্থনা জনালে।

ডেভিডে সুধিলে—ব্যাপাৰ কি কওকচোন।

তেনে বিশেষ একো নহয়—মিকবাৰে ক'লে—চুৰ, জোৱাচুৰি, চয়তানি, ষড়যন্ত্ৰ সকলো গুণ আছে একেটা মানুহৰ গাতে লাস্ত'ছহি—সেই মানুহটো হৈছে হিপ। আহক তাৰ লগত আপোনাৰ দেখা কৰাই দিওঁ।

মিকবাৰে চিধা সকলোকে হিপৰ কোঠালৈকে লৈ গ'ল।

হিপে ইমানবোৰ মানুহক একেলগে দেখি প্ৰথমতে আচৰিত

কৈ গৈছিল। তাৰ পিছত (কষ্ট) উঠিল - আহক আহক, আপোনালোকৰ সকলোকে একেলগে দেখা পালোঁ। ই মোৰ পৰম সৌভাগ্য। বহক, বহক—

সকলো বহিল।

মিচ এগানিচলেৰৰ পৰিওৱা হ'ল।

ডিপে ক'লে—মিঃ মিকবাৰ তুমি তেনেহলে এতিয়া কাম কৰাগৈ—

কিন্তু মিকবাৰৰ যাবৰ কোনো লক্ষণ দেখা নগ'ল।

—কিন্তু তুমি এতিয়াও ইয়াত থিয় হৈ আছা যে? ইউ-ৰিয়াই ক'লে।

—মোৰ ইচ্ছা—মিকবাৰে ক'লে।

—বুজিছোঁ, তোমাৰ আৰু ইয়াত চাকৰী কৰিবৰ ইচ্ছা নাই। তুমি যোৱা, তোমাৰ পাওনা গণ্ডা এতিয়াই তুমি লৈ যোৱা।

—তোমাৰ বহুতো পাওনা মই তোমাক দি দিছোঁ, ৰাস্কেইচ।

ইউৰিয়াই চক খাই উঠিল, তাৰ পিছত কথাটো গম ধৰিব পাৰি ক'লে—ও। এইটো এটা নিয়মমতে ষড়যন্ত্ৰ।

পৰিচয় দিম, যি উপৰি ভদ্ৰলোক হ'লেও ভিতৰি চয়তানৰ বাহিৰে একো নহয়। মোৰ জন্মৰে পৰা মই দাৰিদ্ৰৰ লগত যুদ্ধ কৰিছোঁ, অভাৱৰ হাতৰ পৰা মুক্তি পাবৰ কাৰণে মই উইকফিল্ড এণ্ড হিপৰ কাৰবাৰত সোমাওঁ। দুজনৰ নামে কাৰবাৰ হ'লেও, আচলতে কিন্তু গোটেইটোৱেই হিপ আৰু হিপ -জালিয়াত হিপ, জুৱাচোৰ হিপ।

হিপে বেগাবেগিকৈ কাগজখন কাঢ়ি লবৰ চেষ্টা কৰিলে, কিন্তু মিকবাৰে তৎক্ষণাৎ তাৰ হাতটোত এনেভাৱে আঘাত কৰিলে যে হিপ যাতনাত চিঞৰি মৰিব ধৰিলে। মিকবাৰে আকৌ পঢ়িবলৈ আৰম্ভ কৰিলে—হিপে বাহিৰৰ পৰা ভক্ত আৰু অন্তৰঙ্গ বন্ধুৰ ভাও ধৰি মিঃ উইকফিল্ডৰ সৰ্ব্বনাশ কৰিছিল। তাৰ সব সময়তে চেষ্টা আছিল কেনেকৈ মিঃ উইকফিল্ডক কাৰবাৰৰ পৰা আঁতৰাই দিয়ে। সেই উদ্দেশ্যে উইকফিল্ডৰ নাম হিপে ঠগিবৰ জাল কৰিছে। মই এবছৰ তাৰ তলত কাম কৰিছোঁ, তাৰ ফলত তাৰ কোনো গুপ্ত কথা মোৰ অজ্ঞানা নহয়। তাৰ বিৰুদ্ধে মোৰ তিনিটা বেলেগ বেলেগ অভিযোগ আছে :

প্ৰথম : - হিপে মিঃ উইকফিল্ডক মদৰ নিচা ধৰাই দিছে। প্ৰচুৰ মদ খুৱাই যেতিয়া তেওঁৰ আৰু বাহ্যজ্ঞান নেথাকে, তেতিয়া তেওঁৰ হতুৱাই বহু দলিলপত্ৰ চহী কৰাই লয়। এই

দৰে মিঃ উইকফিল্ডৰ নামে ব্যাঙ্কৰ পৰা সম্প্ৰতি বাৰষ্টী হাজাৰ টকা উঠাই লৈ এনেকুৱা এটা কাৰবাৰত লগাইছে যি নামে কোনো কাৰবাৰেই ক'তো নাই। পিছত মিঃ উইকফিল্ডক দেখুৱাইছে যে কাৰবাৰ ফেল হৈ গৈছে, কিন্তু আচলতে টকাখিনি হিপৰ নামে ব্যাঙ্কত জমা হৈছে।

ইউৰিয়াই চিঞৰি উঠিল —প্ৰমাণ কৰিব পাৰিবা?

মিকবাৰে ক'লে নিশ্চই। যি বহিখন পুড়ি পেলাইছিলা তাৰ ছাইবোৰ এতিয়াও মোৰ হাতত আছে।

মোৰ তৃতীয় অভিযোগ—ইউৰিয়া হিপে সম্প্ৰতি এখন দলিলত মিঃ উইকফিল্ডৰ নাম জাল কৰিছে। তাত মিঃ উইকফিল্ডে তাৰ ঘৰ-বাৰী, বস্তু-বাহানি সব হিপক বেচি দিছে, কাৰণ সকলো হিচাপ নিকচ কৰি চালেই দেখা যাব যে তেওঁ দেনাৰ দায়ত দেউলিয়া হৈ গৈছে।

এই তিনিটা অভিযোগৰ মই প্ৰত্যেকটো প্ৰমাণ কৰিব পাৰোঁ। ইমান ডাঙৰ জুৱাচোৰৰ ঠিক শাস্তি নহ'লে মই শান্তি নেপাওঁ। ইয়াৰ কাৰণে মোক কোনেও একো পুৰস্কাৰ দিব নেলাগে আৰু মই কোনো লাভৰ আশাও নকৰোঁ। এটা পৰিয়ালৰ উপকাৰ কৰিব পাৰিলোঁ। এইয়ে মোৰ লাভ। সেই কাৰণেই মই ইয়াত সামান্য দৰমহাত অভাৱ আৰু অৰ্থকষ্টৰ মাজত অমানুষিক

পৰিশ্ৰম কৰি এইবোৰ প্ৰমাণ সংগ্ৰহ কৰিছোঁ। এইবাৰ মোৰ কৰ্ত্তব্য শেষ হ'লেই, মই এই দেশৰ পৰা গুচি যাম।

মিকবাৰে কাগজখন ভাঁজ কৰি বুঢ়ীমাকৰ হাতত দিলে।

ইউৰিয়াৰ মুখ শুকাই গ'ল। খোটালীটোৰ মাজতে এটা লোহাৰ চন্দুক আছিল। বেগাবেগিকৈ সইটো খুলি পেলালে, কিন্তু চন্দুকৰ ভিতৰৰ পৰা কাগজপত্ৰ নেদেখি সি চিঞৰি উঠিল—মোৰ কাগজপত্ৰ কি হ'ল? চোৰ! সব চুৰ কৰিছ।

—অঁ মই চুৰ কৰিছোঁ, তোমাৰ সকলো কীৰ্ত্তি প্ৰমাণ কৰিম বুলি। ৰাতিপুৱা তুমি মাক চাবী দিছিলা, তেতিয়াই মই চন্দুক খুলি সিব বাহিৰ কৰি লৈছোঁ।

বুঢ়ীমাকে সকলো কথা চুপ কৰি শুনি আছিল, হঠাৎ তেওঁ একে জাঁপেই ইউৰিয়াৰ ডিঙিটো চেপি ধৰিলে। ক'লে—এইবাৰ তোক মই চিনি পাইছোঁ। উঃ কমিশনৰ কাৰবাৰত টকা খটুৱাই মই সৰ্ব্বস্বান্ত হৈছোঁ। সেইবোৰ টকা তোৰে জেপলৈ গৈছে। সেই টকাবোৰ মোক এতিয়াই দে। ট্ৰট আদায় কৰি লোৱা।

সকলোৱে খুবকৈ বুজাই শান্ত কৰি বুঢ়ীমাকৰ হাতৰ পৰা হিপক মুক্ত কৰিলে। বুঢ়ীমাকে ক'লে—মই ভাবিছিলোঁ

টকাটো মিঃ উইকফিল্ড খৰচ কৰি পেলালে, সেই দেখি ইমানদিন "মনে মনে আছ'ল", ক্লাকো কোনো কথা কোৱা নাছিলোঁ। এতিয়া দেখিছোঁ এই ব্যাটাৰে এইবোৰ কাম।

ইউৰিয়াই কৰ্কশ মাতেৰে সুধিলে—আপোনালোকে এতিয়া কি কৰিব খোজে ?

ডেভিডে ক'লে—সকলো কাগজপত্ৰ দলিল সব এতিয়াই বুজাই দিয়া ।

—যদি নিদিওঁ।

—নিদিলে। এতিয়াই জেললৈ য'ব লাগিব। মই এতিয়াই পুলিচ মাত আনিম। আৰু তুমিতো বুজিবই পাৰিছা প্ৰমাণৰ অভাৱ নহব।

ইউৰিয়াই এইবাৰ ভয় খালে। কাগজপত্ৰ সকলো বাহিৰ কৰি দিলে। কিন্তু খঙত গোৰ গোৰাবলৈ ধৰিলে—কোপাৰফিল্ড মই তোমাক ঘিন কৰোঁ, মিকবাৰ—এই তোমাক এবাৰ চাই ল'ম।

তেতিয়া ইমান ডাঙৰ ডাঙৰ কথা ক'লেও শেহত জালিয়াতিৰ অপৰাধত হিপক জেললৈ যাব লগা হল।

এইদিনে মিঃ মিকবাৰ আৰু বেকাৰ হৈ পৰিল। (তৰে)

এইবাৰ আৰু তেওঁ বিশেষ দুশ্চিন্তাত পৰিব লগাত নপৰিল। বুঢ়ীমাকে ক'লে—তুমি আমাৰ কাৰণে চিন্তা নকৰিবা। তোমাৰ কাৰণে আমি সিমানখিনি কৰিব নোৱাৰিম। আমি তোমাক অলপ টকা যোগাৰ কৰি দিম। তুমি অষ্ট্ৰেলিয়ালৈ গুচি যোৱা গৈ। তাত এই মূলধনেৰে কিবা এটা ব্যৱসায় আৰম্ভ কৰিবা।

—কিন্তু দান হ'লে মই নলওঁ—ডিকবাৰে ক'লে—তেতিয়া যদি আপোনালোকে কেইটামান মোক টকা ধাৰ দিয়ে তেন্তে মই লব পাৰোঁ।

—বেচ, তাকে দিম—বুঢ়ীমাকে ক'লে।

সেই দিনকেইটাৰ ভিতৰতে টকা যোগাৰ হৈ গ'ল। ডিকবাৰে সপৰিয়ালে অষ্ট্ৰেলিয়ালৈ যাত্ৰা কৰিলে।

( ১২ )

কিছুমান দিনৰ পৰা ডোৰাৰ গাটো ভাল নাছিল। হঠাৎ তেওঁৰ ভয়ানক অসুখ হৈ পৰিল। শেহত এদিন ডাক্তৰে আহি ক'লে—তেওঁৰ জীৱনৰ আশা কম।

এগনিচৰ লগত দেখা কৰিবলৈ ডোৰা উৎসুক হৈ উঠিল। খবৰ পায়েই এগনিচ আহিল।

এগৰিমচৰ কোচত মূৰটো থৈয়েই তাৰাই চিৰদিনৰ কাৰণে শুলে। ডেভিড শোকত অধীৰ হৈ পৰিল। ঘৰবাৰী এৰি অলপদিনৰ কাৰণে সি বিদেশত ঘূৰিবলৈ বাহিৰ হৈ পৰিল।

শান্তিৰ সন্ধানত দেশৰ পিছত দেশ ঘূৰি ঘূৰি মাহৰ পিছত মাহ কাটি যাবলৈ ধৰিলে। কত প্ৰাসাদ আৰু মন্দিৰ-মনুমেণ্ট আৰু আৰ্ট গেলেৰীৰ মাজেৰে ডেভিডৰ সময় আগবাঢ়ি যাবলৈ ধৰিলে। কেতিয়াবা পৰ্বতৰ উপত্যকাত, কেতিয়াবা অৰণ্য প্ৰান্তৰত গোটেই দিনটো কটাই দিয়ে। কেতিয়াবা বা চুইজাৰলেণ্ডৰ তুষাৰময় শৃংগৰ তলত থিয় হৈ জলপ্ৰপাতৰ সঙ্গীত শুনে। ইটালীৰ [illegible] মাজেদি যাওঁতে তেওঁৰ বোধ হয় [illegible] কোনোবা ডাঙৰৰ কাষৰ পৰা [illegible]। একান্ত নিৰ্জন ঠাইত নিজক ভাল লাগে।

ক্ৰমে কালৰ প্ৰলেপ পৰে মনৰ ঘাৱত। দুই তিন বছৰৰ পিছত আকৌ ডেভিড উভটি নজৰ দেশলৈ আহিল।

এই তিনিটা বছৰ ব্যৰ্থ যোৱা নাই।

চুইজাৰলেণ্ডত থকা সময়ত ডেভিডে এখন উপন্যাস লেখি শেষ কৰিছিল। সেই উপন্যাসখন প্ৰকাশ হোৱাৰ লগে লগে

ডেভিডৰ খ্যাতি বিয়পি পৰিল। সুদূৰ বিদেশতো সেই খ্যাতিৰ বেলা গৈ তেওঁৰ কাণত পৰিলগৈ।

সকলোতকৈ আগতে তেওঁ দেখা কৰিলে এগনিচৰ লগত। সৰুকালৰে পৰা সুখে দুখে শোকে আনন্দে, এই জোনালীজনী আহি তাৰ কাষত আহি থিয় হৈছিহি। এগনিচক নোসোধাকৈ ডেভিডে একো কৰিব নোৱাৰিছিল। বুঢ়ামাকে ক'লে— তাই তোমাক ভাল পায়। তুমি তাইক বিয়া কৰাবা, সুখী হবা।

এদিন ডেভিডে এগনিচৰ আগত বিয়াৰ প্ৰস্তাৱ তুলিলে। এগনিচ ৰাজী হ'ল। ক'লে— জানা ডোৰাই মোক মৰাৰ আগতে কি কথা কৈ গৈছে? কৈছিল, "মইতো গ'লোঁ, কিন্তু তুমি মোৰ শেষ অনুৰোধ ৰাখিবা, মোৰ শূন্যস্থান পূৰ্ণ ক'ৰ মোৰ স্বামীক সুখী কৰিবা।

এগনিচৰ চকুত পানী ওলাল।

ডেভিডৰ চকুও শুকান নেথাকিল।

তাৰ পিছত কেইটামান বছৰ কাটি গৈছে।

লেখক হিচাবে ডেভিডৰ খ্যাতি বিয়পি পৰিছে দেশে বিদেশে।

এদিন অষ্ট্ৰেলিয়াৰ পৰা এখন চিঠি আহিল ডেভিডৰ নামে। আপোনাৰ কিতাপ পঢ়িছোঁ। আপোনাৰ প্ৰতিভাক শ্ৰদ্ধা জনাওঁ। আপুনি আৰু লেখক ইয়াত আপোনাৰ ভক্ত আমি বহুতো আছোঁ। আমি সকলোৱে আপোনাৰ কিতাপ পঢ়িবলৈ ভাল পাওঁ—আটাইতকৈ বেছি ভাল পায় কোনে জানে? সি উইলকিন্স মিকবাৰ, ম্যাজিষ্ট্ৰেট।

মিকবাৰ এতিয়া অষ্ট্ৰেলিয়াৰ এজন নামকৰা হাকিম।

ডেভিড এতিয়া এজন নামকৰা লেখক।

—শেষ—

